# দুপৰীয়া

আৰু অন্যান্য গল্প

সৌৰভ কুমাৰ চলিহা

গুৱাহাটী প্ৰেছ প্ৰাইভেট লিমিটেড,
ভৰলুপাৰ : গুৱাহাটী

**Duporia,** a collection of short stories by Saurav Kumar Chaliha, in Assamese, published by Gauhati Press Private Limited, Gauhati March 1968.

বেটুপাত পৰিকল্পনা ঃ লিখক

শিল্পী ঃ নিবোদ চৌধুৰী

মূল্য ঃ দুটকা

ছপা কৰিছে ঃ
হৰেকৃষ্ণ বৰ্মন
গুৱাহাটী প্ৰেছ প্ৰাঃ লিঃ
ভৰলুপাৰ ঃ গুৱাহাটী



শ্ৰদ্ধাৰে
খুৰাদেউক

# দুপৰীয়া

'তোমাক দেখি তাই বৰ ভাল পালে চাগৈ, নহয় ?'

'অ, বৰ ভাল পালে। বৰ ভাল পালে। বেচেৰীৰ একেবাৰে কি কৰো কি নকৰো লাগি পৰিল, এবাৰ মোৰ হাতত ধৰিলে, এবাৰ সৰুবাপৰ হাতত ধৰিলে, এবাৰ ইটো উলিয়ালে, এবাৰ সিটো উলিয়ালে, বহিবলৈ চকীখনকে দিব নে মুঢ়াটোকে দিব—'

'অ, হবতো! তাই নো বাৰু ভাবিছিল নে অত বছৰৰ মূৰত হঠাতে তুমি এনেকৈ গৈ ওলাবাগৈ, নিজে বিচাৰি উলিয়াবা। আৰু ৰমেশ ?'

'অ' নাই, ৰমেশক নাপালো। অলপৰ কাৰণে নাপালো।'

'এঃ!'

'সৰুবাপে ক'লে শিৱমন্দিৰৰ ওচৰৰ পৰা চিটিবাছ পোৱা যাব, সেইখিনিতে চিটিবাছলৈ বৈ থাকোতে থাকোতে দেৰি হৈ গ'ল। এখনতো উঠিব নোৱাৰিলো, মানুহেৰে একেবাৰে ঠাহ

খাই আহিছে। বিক্সাবেই গলোগৈ। আমি গৈ পোৱাৰ প্ৰায় দুইমিনিটমান আগেয়েই বোলো ৰমেশ অফিচলৈ বুলি ওলাই গ'ল। অলপৰ কাৰণে। বৰ বেয়া লাগিছিল সঁচাই।'

'ৰমেশে নো নিজে এবাৰ তোমাক দেখা কৰিব নোৱাৰিলে নে?'

'এ, পিচদিনা পুৱাইতো আহিবই লগা হ'ল, ইপিনে সেইদিনা ৰমেশ বোধহয় বহুনিশা ঘৰ পালেহি, মাজে মাজে দেৰি হয় বোলে, নহ'ল আৰু তাৰ অহা। সময়মতে খবৰ পোৱাহেঁতেন ঠিক আহিলহেঁতেন। তাক ইমান লগ পাবৰ মন গৈছিল—'

'সিও কিন্তু বেয়া পাইছে দেই। একেবাৰে মূৰামূৰি সময়তহে তোমাৰ সিহঁতলৈ মনত পৰিল। সকলোআইতাহঁত সেইদিনা তোমাক অকলে এৰি চান্দমাৰীলৈ যাবলগীয়া নহলেতো সেইদিনাও নগ'লাহেঁতেন, যোৱাই নহ'লহেঁতেন। একেবাৰে যোৱাই নহ'লহেঁতেন।'

'এ হয় বাইদেউ, সি সঁচাকৈ বেয়া পালে নেকি বাৰু?'

'পাবতো। অৱশ্যে, কি জানা, একো কব নোৱাৰি। কিজানি ভালেই পাইছে তোমাক লগ নাপাই, কিজানি ইচ্ছা কৰিয়েই নাহিল। কথানো সি কেতিয়া বেচি কয়? আৰু আজিকালি বোলে পৰাপক্ষত একো নকয়েই। তুমি সাতৰাজ্যৰ কথা সুধিলাহেঁতেন, বৰ অস্বস্তিত পৰিলহেঁতেন সি। ক'তো আজিকালি বেচি ওলোৱা-সোমোৱাও নকৰে বোলে—তেওঁ সেইবাৰ মা'জনীক চাবলৈ যাওঁতে লগ পাই আহিছিল নহয়—মাথো অফিচ-ঘৰ, ঘৰ-অফিচ। কি যে হৈ গ'ল ল'ৰাটো— সঁচাই, একো কব নোৱাৰি।'



'সঁচাই।'

'সঁচাই।'

'সঁচাই, নহয় বাইদেউ? কি জানা, তাইও তাকেই ক'লে। ক'লে, আজি কাউৰীৰ আগত চাউল দি চাই গম পোৱাহেঁতেনো ধৰিব নোৱাৰিলেহেঁতেন। পুৱৰ পৰা যে মইয়েই এনেদৰে গৈ ওলামগৈ, সপোনতো মনত নেখেলালেহেঁতেন। প্ৰায়েই কাউৰীৰ আগত চাউল দি চায় হবলা। লখিমীয়ে হেনো বৰ ৰং পায়, তাইক চাউল বচাত লাগি দিবলৈ মাতিলেই হেনো তাই তেনেকৈ চাউল থবই—'

'লখিমী? কোন লখিমীৰ কথা কৈছা?'

'অ, লখিমীৰ কথা তোমাক কোৱাই নাই। ৰমেশহঁতৰ ঘৰৰ পিচপিনৰ কেশৱ পেস্কাৰৰ ঘৰৰ সৰুজনী— সেই যে এবাৰ পূজাত আহিছিল, মনত নাই?'

'অ, অ, খুব কান্দিছিল যে?'

'ধেৎ— নহয়, জানো, হয়েই নেকি, কান্দিছিলে হবলা তাহানিখন— আজিকালি আৰু নাকান্দে কিন্তু, দ্বিতীয় শ্ৰেণী পালেগৈ, বৰ দুষ্ট হৈছে—'

'পেস্কাৰৰ ঘৰলৈও গৈছিলা নেকি?'

'নহয়, নহয়, ৰমেশহঁতৰ ঘৰতে। বিক্সাৰ পৰা নামিয়েই এটা চক্ খালো। হাতত ফলি-পুথি লৈ দৌৰি দৌৰি লখিমীজনীয়েই পদুলিমুখতে ঘপহকৰে ওলাই পৰিলহি, একেবাৰে দলিটো অহা দি আহিল। পদুলিমুখত লগৰ এগাল সৰু সৰু ছোৱালীয়ে 'লখিমী, আমি যাওঁ, তুমি থাকিলা' কৈ চিঞৰিব ধৰিলে, স্কুলৰ দেৰি হৈছে। জানা বাইদেউ, মই যে এটা চক খালো— মই

ভাবিলো, তাইবনো কেতিয়া ইমান এজনী ছোৱালী হ'লগৈ, আমিনো কি শুনিছো অতদিনে।'

'খাবা তো!'

'কি দোৰে! এডাল ৰঙা ৰিবন মাৰিছে, বৰ ধুনীয়া দেখি। নতুন ৰিবন, নিজৰ মাকক হেনো চুবলৈকে নিদিয়ে, মাহীদেউয়ে— তাইক মাহীদেউ বোলে— মাৰি নিদিলে নতুন ৰিবন হেনো পিন্ধাই নহয়গৈ। সেইখন কৰোতে ইপিনে স্কুলৰ ঘণ্টা পৰি গ'লগৈ, মাহীদেউজনীবো তৎ নাই, স্কুলীয়াজনীৰো গাত হুচ নাই, ইপিনে পহুলিমুখত ছোৱালীবোৰে চিঞৰিছে, সিপিনে জেওৰাখনৰ সিপিনৰ পৰা পেস্কাৰণীয়ে চিঞৰিছে, বোলো তোৰ নহ'লনে—'

'কোঢ়াল এখন—'

'কোঢ়ালেই একবকম। তাৰ পাচত হ'লগৈ কি, মোক আৰু সৰুবাপক দেখি তাই থতমত খাই বৈ গ'ল, মুখত বুঢ়া আঙুলিটো ভৰাই এবাৰ চালে, তাৰ পাচত আকৌ অহা বাটেই ভিতৰলৈ লৰ মাৰিলে। 'এ, তই থাকিলি তেনেহলে—' বুলি লগৰ কেইজনী যাব ওলাল। লখিমী তেতিয়া আকৌ ৰ'ল, তাইহঁতক ৰবলৈ কব খুজিছিল হবলা, কবই নোৱাৰিলে— মুখখন খুলিবই নোৱাৰিলে ভালদৰে, কিবা খোৱাবস্তুৰে মুখ ভৰ্ত্তি, গালদুখন প্লেক্সৰ বেবীটোতকৈও বেচি ফুলি আছে। তাই হাতখনকে ডাঙি বৰ কলে, তাইহঁত কিন্তু গুচি গ'লগৈ। অ, তাই ভিতৰলৈ মাহীয়েকৰ ওচৰলৈ লৰ মাৰিলে—'

'আলহী আহিছে বুলি জনালেগৈ হবলা?'

'নহয়, তাই ক'লেগৈ— মানে, কোনোমতে মুখৰ বস্তু যিমানখিনি পাৰে লবালবিকৈ গিলি লৈ, ক'লে—আজি স্কুলৰ দেবি



হব বুলি মোক কাউৰীলৈ চাউল সজাব নিদিলি, চা এতিয়া, আলহী আহি পালেই!'

'অ আই! ইমান কথা কয়?'

'ও— মানে কথা কব পৰাব অৱস্থাত থাকিলে কয় হবলা দেই। মোৰ কিন্তু মনে ধৰিলে মাহীয়েকৰ লগত থাকিলে তাইৰ মুখখন খোৱাবস্তুৰেই ভৰি থাকে। সেইকাৰণেই ডুয়োৰে ইমান ভাব নেকি জানো। পেস্কাৰণীৰ বোলে বৰ খং, সৰু ছোৱালী, তাই কি বুজে, খুজিলেও নুখুজিলেও যেতিয়াই তেতিয়াই যিহকে তিহকে তাইৰ পেটত সুমুৱাই দিব লাগেনে! মই ভাবিলো, পেস্কাৰণীয়ে কি বুজে কিয় তাই এনেকুৱা বেচি বেচি কৰে— নহয় বাইদেউ?'

'হয় ভাই। মিতুহঁতৰ কথা বৰ হেপাহেৰে সুধিলে চাগৈ?'

'ছানামাইহঁতৰ কথাও। তোমাৰ কথাও যে ইমান কয়। ফটো এখনো লৈ যাবলৈ মনত নেখেলালে—'

'অ', ফটোকেইখন পঠিয়াই দিব লাগিব দেই, পাহৰি নাযাবা।'

'সৰুবাপক যে ক'ত থব ক'ত নথব তাই, এনেকুৱাখন কৰিব ধৰিলে, তাক এবাৰ কিবা পাউডাৰ ঘঁহি দিলে, এবাৰ কিবা তেল ঘঁহি দিলে— মোকো, —তাৰ পাচত ভাত নোখোৱালৈকে উধাতু খোৱাৰ দৰে আথেবেথে যিখনহে কৰিব ধৰিলে, কি ৰান্ধিব, কি বাঢ়িব—'

'আঐ দেহি। আটাইখিনি কাম নিজেই কৰে হবলা, নে কাম কৰা ল'বা-টবা আছে?'

'নাই, নিজেই আটাইখিনি কৰে, ঘৰ মোচাৰ পৰা ভাত ৰন্ধাৰ পৰা গাইজনীৰ— মই দেখিলো নহয় সেইদিনাই, ডুপৰীয়াটো

থাকি— ঘৰ-দুৱাৰ ইমান পৰিপাটি, চাফচিকণ, বৰ কাম কৰিব পাৰে সঁচাকৈ, এই শৰীৰ লৈ—'

'খিনাইছে হবলা ?'

'নাই, তেনেকৈ খিনোৱা নাই কিন্তু দেই, মাথো শেঁতা পৰিছে খুব। যোৱা চেপ্টেম্বৰত বোলে পেৰাটাইফয়ড হৈছিল, এতিয়া ভাল পাইছে। কাঁহহে আছে এতিয়াও অলপ— কাম-বন কৰি আছে আৰু— মোচাটোকে মচিছে আকৌ, সামৰাখিনিকে আউল-বাউল কৰি আকৌ সামৰিছে—'

'হয়ো দিয়াচোন, কাম-বনতে মনটো বহাই নাৰাখিলে নো তাই কেনেকৈ থাকিব ?'

'নটাতে ৰমেশ অফিচলৈ যায়গৈ। তাৰ পিচত ওৰে দিনটো অকলে। কেতিয়াবা পেস্কাৰণী আহে, কেতিয়াবা ওচৰকাষৰৰ কোনোবা কোনোবা আহে— বেচি ভাগ সময়—'

'ইস্ মই হোৱাহেঁতেন কিন্তু কি যে কৰিলোহেঁতেন কব নোৱাৰো ভাই।'

'সঁচাই বাইদেউ। খাই-বৈ উঠি দুয়ো চোতালতে বহিলো, কৰিবলৈ একো নাছিলে তাইৰ। কথাটো মোৰ বৰ মনত বাজি-ছিল। আহোতে কাষৰে এটুকুৰা খোলা ঠাইত কিছুমান ল'ৰাই ক্রিকেট খেলি থকা দেখিছিলো, সৰুবাপে কলে সি তালৈ যায়, কলো— যা, পাচটাৰ ভিতৰতে আহিবি উভতি। আমাক নিবলৈ চান্দমাৰীৰ পৰা সৰু আইতাইতৰ গাড়ীখন পাচটা ছটামানৰ ভিতৰতে আহিব। তাৰ পিচত দুয়ো চোতালতে মুঢ়া দুটা পাৰি বহি থাকিলো।'

'উঁ ?'



'লাহে লাহে অত এডোখৰ তত এডোখৰকৈ তাই বহুতো কথাই কলে। আমাৰ সমুখতে চোতালৰ ৰ'দত চালনিখনত জৰা চাউল আছিল, মই লখিমীৰ কথা ক'লত তাই দেখুৱালে, লখিমীয়ে কেনেকৈ কাউৰীলৈ চাউল আগবঢ়ায়।'

'অ, জানো জানো— আমাৰ ঘৰতো কৰিছিলো কেতিয়াবা কেতিয়াবা। মাজত এভাগ, তাৰ চাৰিওপিনে উত্তৰে-দক্ষিণে পুবে-পচিমে চাৰিভাগ, কাউৰীয়ে যি পিনৰ চাউল খায় সেইদিনা সেইপিনৰ পৰা আলহী আহিব। নহয় ?'

'অ। লখিমী বোলে সুধিছিল, মাজৰ ভাগটোৰ পৰা কাউৰীয়ে খালে কি হ'ব ?'

'কি কলে তাই ?'

'কি আৰু কব। কলে, মাজৰ ভাগ মানে আমাৰ ঘৰটোৱেই, তাৰ চাৰিওপিনে চাৰিটা দিশ, মাজৰ ভাগৰ পৰা খালে একো নহয়। তাৰ মানে ঘৰৰ মানুহেই ঘৰলৈ আহে কিজানি। মই সুধিয়েই পেলালো, আহে নেকি আলহী খুব ঘনাই তাইৰ ঘৰলৈ।'

'আহে নেকি ? হওঁক তেও, তথাপি দু-আষাৰ মনৰ কথা কোৱাৰ এটা লগ—'

'এ, মনৰ কথা তাই কব পৰাহেঁতেন আছিলেই। যি একোজন আলহী! মোকেই তাই একো কব নোখোজে— খুচি খুচি পাকে-প্রকাৰে হে যিখিনি পাৰো শুনিলো। তথাপি ক'ত কথাই নকলে। মই নিজে নিজে অনুমান কৰিহে ললো, নিজে নিজে সাজিলো। ভৰ ডুপৰীয়াৰ নিৰ্জ্জন, মোক অকলে পাইছে, সেইহে চাগৈ তাই সেইখিনি মুখখন খুলিলে।'

'কেলেই ? কেলেই ? কিনো কৈছা তুমি ?'

'মানে, বেলি উঠি আহিছে, চোতালত ব'দব তেজ, নাবিকল গছবোবব পাতত কোনো সাবি-শব্দ নাই, মোব লগত অতদিনব পাচত তাই অকলে, চাবিওপিনে নিজম, ইকবাব বেবখনব মাজেবে বাস্তাটোব যিখিনি দেখা যায় তাত মাথো কোবাল ব'দ আৰু এখন পানব দোকান, বন্ধ, আৰু তাব তলত নেজ কোচাই কুকুব এটা শুই আছে। জনপ্রাণী নাই। নাবিকল গছবোবব পাতত এটা শব্দ নাই। আকাশত মেঘো নাই— ভাবাছোন কেনেকুৱা?'

'মই ইমান ভাবিব নোৱাৰো পাই—বুজিছো কিন্তু। তুমিয়েই কোৱা।'

'আৰু বহু ওখত, মেঘব চিনচাব নোহোৱা আকাশত কেইটামান চিলা উবি ফুবিছে। বহু ওখত। নিচেই অকণি অকণি দেখি চিলা কেইটা। বোধকবো পেস্কাবব ঘবত আৰু চাবিওপিনব ঘববোবত, এনেকি পানব দোকানখনব মানুহবোবেও জিবাইছে।'

'ইমান নিতাল নে বমেশহঁতব সেইডোখব?'

'সেইখিনি সময়ত নিতালেই আছিল। আগেয়ে হেনো আৰু নিতাল আছিল। আগেয়ে কাচিৎহে সেই বাস্তাবে মটব-গাড়ী গৈছিল। ইলেক্ট্রিক লাইটো নাছিল। আজিকালি খালি ঠাইবোবত ঘব-দুৱাব উঠিল, এখন গেলামালব দোকান, এজন কোনোবা উকীল, কেইটামান দেচুৱালী ধোবা থকা এটা কেবা-চিনব টিনব চালি দিয়া ঘব—বমেশব ঘবব চোতালব পবা সিহঁতে মেলি দিয়া কাপোববোব দেখা যায়—এটা—'

'বাৰু, বাৰু। কোৱাচোন, তাব পাচত, তাই কি কলে?'



'বিশেষ নকলে তেনেকৈ। মইহে ধেমালিব চলেবে উলিয়ালো—'কোৱাচোন, পুবব পবানো কোন আলহী আহিব পাবে?' এনেকৈ।'

'অ'। কাউবীয়ে পুবব ভাগ খালেহি নেকি?'

'নহয়, কাউবীবোবে তেতিয়া কা-কা কবিবলৈ এবিছে, কববাত নোহোৱা হৈছেগৈ। এটাই মাজতে আহি বব বেয়াকৈ চিঞবিব ধবিছিল বেবখনব ওপবতে, তাই হাত জোকাবি খেদি দিলে 'আহিল আহিল আকৌ এইজনী অমঙ্গল সূচাবলৈ। গুচ গুচ।'

'অ—তাব পাচত, পুবব পবা—?'

'পুবব পবা মাজনীব শাহুৱেক আহিব পাবে, নগাওঁব পবা।'

'অ' আই, সেইজনী!'

'অ, মাজনীব শাহুৱেক অৱশ্যে সাধাবণতে পাচদিনাই বব-পেটালৈ যায়গৈ। কি কয় জানা? বহুত কথা কয়, যেনে চিবদিনব স্বভাব, চেপি চেপি। পাকে প্রকাবে বুজাই দিয়ে যে তাইক সুলক্ষণীয়া ছোৱালী বোলে অকল তেওঁৱেহে, যদিও তাই আজিলৈকে কেচুৱা এটিবো মাক হব নোৱাবিলে। আৰু কয় যে একো কবাব নাই, বিধিব যেনে ইচ্ছা, কৰ্ম্মফল কোনে খণ্ডাব। কৰ্ম্মফলব কথা কয় বুঢ়ীয়ে—'

'কম বুঢ়ী নহয় পাই।'

'তাই মনে মনে শুনি যায়। ঘবখন উদং কবি বখাব দোষ তাইবেই, বুঢ়ীয়ে তাকেই কব বিচাবে আৰু কয়—'

'এ, আমি নুশুনো যোৱা তেওঁব কথা। পচিমব পবা কোন আহে কোৱা।'

'পচিমৰ পৰা মানে গোৱালপাৰাৰ পৰা কেতিয়াবা কেতিয়াবা সুৰেণ ঠাকুৰ আহি ওলায় হঠাৎ। সেই যে সুৰেণ ঠাকুৰ, ফৰেষ্টৰ? ৰূপালীও আহে সদায় লগত।'

'ৰূপালীও আহে? কেলেই?'

'ৰূপালীৰ কাৰণেহে আহে আকৌ। তাই ৰেডিঅ'ত গান দিবলৈ আহে—জানাই দেখোন।'

'অ অ, হয়তো। তেওঁলোকৰ ল'ৰা এটা হৈছে বোলে?'

'তিনি বছৰ হ'ল। এতিয়াও বোলে ভাল নাম এটাকে বিচাৰি পোৱা নাই। মইনা বুলিয়েই মাতে বোলে এতিয়ালৈকে।'

'কি যে এটা নাম।'

'অ, নহয় বাইদেউ? ৰূপালীজনী বোলে আগতকৈ শকত হৈছে, ল'ৰাটোও বোলে বৰ মৰম লগা হৈছে। সুৰেণ ঠাকুৰ সেই আগৰ দৰেই, হলং হলং খোজ, চিঞৰ-বাখৰ, হুলস্থুল, হো হো কৈ হাঁহি। ৰূপালীজনীয়েও বোলে আগৰ দৰেই অনবৰত মিচিক মিচিককৈ হাঁহি থাকে।'

'তাই বৰ ভাল পায় চাগৈ সিহঁত আহিলে? ঘৰখনলৈ কিছু শাৰিশব্দ আহে।'

'ভাল লাগে। ৰূপালীহঁত আহিলে আৰু বহু মানুহ অহাৰ ধুম পৰে। আৰু ভিতৰে ভিতৰে— বিশেষকৈ যেতিয়া সিহঁত যায়গৈ—অলপ বেয়াও লাগে বোলে। কি জানা বাইদেউ, ঠিক হিংসা নহয়, এনেই এটা কিবা যেন—'

'মই বুজিছো বাৰু। ৰূপালীয়ে কি কয়?'

'কি? তাইৰ কথা? নাই, সেইবোৰ কথা বৰকৈ উঠাৰ সুবিধাই নহয় এই হুলস্থুলৰ মাজত। গান-বাজনাৰ মানুহৰ কথা, ৰেডিঅ'ৰ গায়িকা—যোৱা কালি 'অনুৰোধৰ গান'ত তাইৰ গানটো শুনিছিলানে?'



'কোনটো? ক'তা—'

'এ, তুমি একোকে নুশুনা। আগেয়েও গাইছিলে সেইটো, ৰেডিঅ'ত। সেইদিনা গানটোলৈও মনত পৰিছিল তাই কথা কৈ থাকোতে, বৰ ভাল লাগে শুনি। "ভৰ ডুপৰীয়া, মোৰ মন উৰণীয়া, কিয় মোৰ মনলৈ, এই পচোৱা—"

'অ' সেইটো। ধেৎ—সেইটো মইও শুনিছো। কালিহে কেতিয়া গ'ল কব নোৱাৰো। বাৰু যাওক—তুমি কি বুজাব খুজিছিলা জানো,—মানে, ৰূপালী বৰ ধুনীয়া তো দেখিবলৈ—'

'অ? অ?'

'আৰু তাই—মানে ৰূপালীৰ তুলনাত অন্ততঃ—'

'ইস, বাইদেউ, তেনেকৈ কব পায় জানো? তাই যদি কেনেবাকৈ শুনে—'

'মই কথাটোহে কৈছো আকৌ। আকৌ ৰূপালীৰ কিমান গুণ, কিমান ধুনীয়া মাত—'

'কি জানা বাইদেউ, মইও তোমাক কোৱা নাই কব নাপায় বুলি। ছিঃ পাপেই লাগিব কিজানি, ইমান কেনেকুৱা কথাবোৰ মনলৈ আহে পাই, সঁচাই। ৰূপালীৰ কথা তাই কৈ থাকোতে কা-কা কৰি কৰ্কশ মাতেৰে সেই কাউৰীজনী আকৌ এবাৰ চোতালত ছাঁ পেলাই উৰি গৈছিল। কাউৰীৰ বিষয়ে যে সেই কিবা এখন ৰচনা আছিল, মনত খেলালে। কাউৰী বৰ উপকাৰী চৰাই, বৰ দৰ্কাৰী জীৱ, প্ৰকৃতিৰ সকলো লেতেৰা বস্তু গুচাই পৃথিৱীখন পৰিষ্কাৰ কৰি ৰাখে, কিন্তু কাউৰী দেখিবলৈ আপচু,

কাউৰী দেখি বা কাউৰীৰ মাত শুনি কোনেও আনন্দ নাপায়। বিধাতাই বাৰু কিয় কাউৰীজনী প্ৰজিলে, সকলোৱে বেয়া বোলে, কাৰো মনত নো তাই কেতিয়াবা আনন্দ দিব পাৰিবনে? অ, তাৰ পাচত উত্তৰৰ পৰা আহে আমাৰ অক্ষয় কেতিয়াবা। আজিকালি বণিহাটত থাকে, ঠিকা কৰে। ঘৰলৈ যাবলৈ আহে। গুমৰি গুজৰি গম্ভীৰ হৈ তিতা মুখ কৰি থাকে। মুখেৰে ফুটাই নকয় যদিও, তাই বুজে অক্ষয়ৰ নালিচ হ'ল, ভায়েকৰ জীৱনটো তাইয়েই মাটি কৰিলে। ৰমেশে কিমান ভাল ছোৱালী, ৰূপে-গুণে লক্ষী-সৰস্বতীৰ দৰে কইনা পাব পাৰিলেহেঁতেন, এতিয়া তাইৰ বোজাটো মূৰত লৈ—'

'ছিঃ ৰমেশৰ আগতেই কয় নে সেইবোৰ?'

'নহয়, নহয়, ইমান খুলি নকয় কেতিয়াও, নুবুজানো কেলেই? মই অক্ষয়ৰ মনৰ কথাহে কৈছো, আটায়ে দেখোন জানেই। আৰু কয়, হতচিৰি যোৱা আগী, সকুতে মাউৰা হৈ মোমায়েৰ-মামীয়েৰক জলাই জলাই খালি, এতিয়া—'

'বাৰু অক্ষয়ৰ কথা থাওক। আৰু কোন? উত্তৰ হ'ল, এজনেই হব এতিয়ালৈ, কাইলৈ ভালদৰে শুনিম এতিয়া, দখিনৰ পৰা—'

'কংস জেঠাইদেউ। বঙিয়াৰ পৰা। 'দখিনৰ পৰা কংস জেঠাইদেউ', কেনেকুৱা শুনি, নহয়? হাঁহিয়েই উঠে পাই।'

'কংস জেঠাইদেউয়ে হাঁহি উঠা কথা কয়?'

'ধেৎ, তুমি একো নুবুজা, শুনাছোন ভালদৰে। হাঁহি উঠা কথা সুৰেণ ঠাকুৰেহে কয়। কংস জেঠাইদেউয়েই একমাত্ৰ ভাল কথা কয়, যাৰ কথা শুনি তাই নাভাবে, মোক খং কৰিছে,



ককৰ্থনা কৰিছে, ইতিকিং কৰিছে, পুতৌ কৰিছে। তেওঁ কয় ব্ৰত-ট্ৰত কৰাৰ আৰু দৰ্কাৰ নাই আই, মাদুলী-টাদুলী সেইবোৰ এৰি পেলা। ডাক্তৰে কৈছেই, তোৰ সন্তান হোৱাৰ বাট একেবাৰে মৰি যোৱা নাই, কি যে গোলমালখন হৈছে তোৰ তেওঁলোকে ঠিক ধৰিবই পৰা নাই, মাজে মাজে এনেকুৱা ছুটা এটা কে'চ পোৱা যায়েই। দুখ কৰি নাথাকিবি, ভগবানে কৰিলে এদিন হবগৈ, ঘৰখন ভৰিব, সংসাৰ পুৰ হব, আই অ', তই পুজা পাতল কৰি দুখ কৰি নাথাকিবি, মই আৰু এবাৰ আশীৰ্বাদ কৰি গলো—"

"আত্ৰৈ দেহি! তেওঁ হবলা জেঠীদেউৰ গলব্লাডাৰৰ লেঠাতে এতিয়াও আহি থাকে?"

"অ, ডিব্ৰুগড়লৈ নিয়েই আছে। পৰমাদাদাও আহে লগত। মানুহজন বৰ জুকুলা হ'ল। লাখুটি লয় আজিকালি।"

"জেঠীদেউৰো জানো কম কষ্ট হ'ল?"

"অ, জেঠীদেউৰো জানো কম কষ্ট হ'ল। ভাল, মানুহ-বোৰৰ হে ৰাজ্যৰ বিপদবোৰ হবলৈ পায়।"

"বাৰু, কোৱা এতিয়া, আৰু?"

"আৰু আহে⋯অঃ, বহু মানুহ বাইদেউ⋯এনেদৰে কথা কৈ কৈ পাচত এসময়ত একেবাৰে নিজম পৰি গলো। আৰু নো কিমান এইবোৰকে কথা পাতিম। তাই মনে মনে থাকিল। বেলিৰ ছায়া পৰি আহিল। চিলাবোৰ তেতিয়াও বহু ওখত অকনি অকনি হৈ উৰি আছে। আকাশৰ নীলা তেতিয়াও ইমান তেজাল, চাই মোৰ চকু চাট মাৰি ধৰিলে।"

"তাই কি কৰিলে ?"

"আমি খৰিচাঙৰ তললৈ মুঢ়া দুটা লৈ গলো, কাৰণ বেলিটো আহি ইমানপৰে মুখতে পৰিলহি। ধোবাবোৰে মেলি দিয়া বগা বিচনা চাদৰ এখনলৈ একেৰাহে চাই তাই বহি থাকিল, আৰু কোনো কথা নুলিয়ালে।"

"তুমিও নুলিয়ালা ?"

"নাই, মইও একো নামাতিলো। কান পাতি শুনিলো, বহু দূৰত, ডাঙৰ ৰাস্তাত, এখন মটৰ চলিছে। গাইজনীয়ে মাজে মাজে হাম্বা হাম্বা কৈ উঠিছে। চোতালৰ ওপৰৰ আৰু পাকঘৰৰ চোতালৰ বস্তুবোৰৰ ছাঁবোৰ—বঠিখন, পানীৰ বাল্টিটো, তামোলৰ বটাটো, পানীৰ কলটো, আউজা চকীখন, গেন্ধাই ফুল আৰু শেৱালীৰ গছ কেইডাল, এই আটাইবোৰৰে ছাঁবোৰ ওলোটা পিনে হালি পৰিব ধৰিছে। ইকবাৰ বেৰখনৰ ফাকেৰে চাই দেখিলো, পানৰ দোকানখন তেতিয়াও বন্ধ, ৰাস্তাত তেতিয়াও ৰ'দ, আৰু দোকানখনৰ তলত নেজ কোঁচাই কুকুৰটো তেতিয়াও শুই আছে, মাথো কৰবাৰ পৰা তিনিটা হিন্দুস্থানী খৰিফলা মানুহ কান্ধত কুঠাৰ লৈ পাৰ হৈ গ'ল। সিহঁতে কোনো কথা-বতৰা নপতাকৈয়ে গ'ল, সিহঁতৰ ভৰিৰ খোজৰো কোনো শব্দ নহল। দেখিলো, চোতালত কৰবাৰ পৰা দুটা শালিকা চৰাই ওলাইছে, টুক টুক কৈ চোতালৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰিব ধৰিছে।"

"তুমি তেতিয়া কি কৰিলা ?"

"মই একো নকৰিলো। মেলি দিয়া বিচনাচাদৰখনলৈ মইও কিছুপৰ চালো তাইৰ লগতে, ইমান উজ্জ্বল বগা, মোৰ চকুত



চাট মাৰি ধৰিলে। মই চকু ঘুৰাই আনিলো। কি দেখিলো জানা ? কি দেখিলো জানা ? তাই চাউলৰ ভাগ কেইটাৰ পিনে একেৰাহে চাই আছে। তাই অবাক হৈ গৈছে। কাউৰী-জনীয়ে মাজৰ ভাগটোৰ পৰা চাউল খাব ধৰিছে।"

"কি ? কেলেই, খালে কি হ'ল ?"

"তাইও নুবুজিলে প্ৰথমতে। তাৰ পাচত হঠাৎ তাই মোৰ পিনে চাই এবাৰ লাহেকৈ হাঁহিলে, তাৰ পিচত মোৰ কোলাত ধপকৈ মূৰটো পেলাই দি দুহাতেৰে মোক সাবটি ধৰিলে, মই ভাবিলো তাইৰ কিবা খুব বিষাইছে হঠাৎ। হয়তো মূৰ কামুৰিছে, অত সময় ৰ'দত বহিছে, সেই বগা কাপোৰখনলৈ চাই আছে। মই সুধিলো, কি হ'ল, এনেকুৱা কৰিছা কেলেই ? প্ৰথমে তাই একো নামাতিলে, বৰং মোক বেচি কপকপীয়াকৈহে চেপি ধৰিলে। এইদৰে কিছু সময় গ'ল, তাৰ পাচত তাইৰ হাতৰ বান্ধ লাহে লাহে ঢিলা হৈ আহিল, তাৰ পাচত মোৰ কোলাত গোজা মূৰটো নোতোলাকৈয়ে তাই ক'লে, বাইদেউ, মোৰ ভিতৰত কিবা এটা লৰিছে—"

# ইৰা

সত্যেনে ক'লে, 'ইৰাৰ আঙঠিটো বোলে হেৰাল।'

'কি আঙঠি?' মই সুধিলো।

'সেই যে সোণৰ আঙঠিটো, মাই দিছিলে যে? মনত নাই?'

'অ।'

'মাক আইতাই দিছিলে। মাই তাইক কৈছিল, তোৰ ছোৱালী হলে তইও তাইকেই দিবি। এনেকৈয়ে চলি আহিছে মাকৰ পৰা জীয়েকলৈ, জীয়েকৰ পৰা জীয়েকৰ জীয়েকলৈ পিছে এতিয়া—হেৰাল।'

'কেনেকৈ হেৰাল?' মই সুধিলো, 'কেনেকৈ হেৰাল? কেতিয়া হেৰাল?'

সত্যেনে জেপৰ পৰা এজাপ কাগজ উলিয়াই আনি এখন চিঠি বিচাৰি উলিয়ালে।

'কালি ইৰাৰ পৰা এইখন চিঠি আহিছে'—সি ক'লে—'লিখিছে, দাদা তোমাৰ চিঠি পালো। শিলঙত এতিয়া ঠাণ্ডা



বৰ বেছিকৈ পৰিছে বুলি তোমাৰ চিঠিৰ পৰা···কালি এটা ঘটনা ঘটাই মনটো বৰ বেয়া লাগি আছে। মাই দিয়া আঙঠিটো হেৰাল। গা ধুবৰ সময়ত চাবোনৰ বাকচটোৰ কাষতে খুলি থৈছিলো। বাথৰুমৰ পৰা যাওঁতে আঙঠিটো পিন্ধিলো নে নাই মনত নপৰে, পিছতহে গম পালো আঙঠিটো ক'তো নাই, বাথৰুমতো নাই···সোণ হেৰুৱাইছো, নাজানো কপালত কি আছে···বৰ দুশ্চিন্তাত আছো···তুমি কি ভাবা লিখিবা···'

মই নিস্তব্ধ হৈ শুনিব ধৰিলো। মই অনুমান কৰিব পাৰিলো, দীঘল আয়নাখনৰ সমুখত এইমাত্ৰ গা ধুই ইৰা থিয় হৈছে। তাইৰ পিঠিত মেল খোৱা ক'লা, দীঘল, ভিজা চুলি। তাইৰ জোঙা, বগা মুখখনত, তাইৰ দীঘল, ল'নি বাহুত আৰু আয়নাৰ সমুখৰ প্ৰসাধন-সামগ্ৰীবোৰত পুৱাৰ ৰ'দ পৰিছে; আয়নাখনৰ একোণত আৰু তাইৰ কাণৰ দুলযোৰৰ পৰা পোহৰ প্ৰতিফলিত হৈছে। তাই খিৰিকীৰ পিনে মুখ ঘুৰাই হাতৰ আঙুলিৰে চুলিবোৰ ৰ'দলৈ দাঙি ধৰিলে, তাই লক্ষ্য নকৰিলে যে দীঘল, জোঙা আঙুলিবোৰৰ এটাৰ পৰা কোনো পোহৰ ছিটিকি নপৰিল···

'মই বাৰু তাইলৈ কি লিখিম এতিয়া?' সত্যেনে সুধিলে আৰু মোৰ মুখলৈ চাই ৰ'ল।

'কি আৰু লিখিবা।' মই নিৰপেক্ষভাৱে ক'লো,—'লিখা তোমাৰ যি মন যায়।'

সি মোৰ মুখলৈ চাইয়েই থাকিল।

'লিখা', মই অলপ ভাবি ক'লো—'যে এইটো অৱশ্যেই ভাল খবৰ নহয়; কিন্তু তাৰ বাবে দুশ্চিন্তা কৰি থাকিও কোনো

লাভ নাই। ক'ত ক'ত পোৱাৰ সম্ভাৱনা আকৌ ভালদৰে বিচাৰি চোৱা, হয়তো পোৱা যাবও পাৰে, কি ঠিক....দূৰ, মই আৰু কি কম, লিখা তোমাৰ যি মন যায়! চাহ খাবা নেকি?

সি মূৰ দুপিয়ালে। মই দুকাপ চাহ আনিবলৈ ক'লো।

'লিখা', মই অলপ ভাবি ক'লো—'সোণ হেৰালে অমংগল হয় এইটো নিতান্তই কুসংস্কাৰ। আজি-কালি আৰু সেইবোৰ ...চিন্তা কৰি থাকিব নালাগে। যি হ'বলগীয়া আছিল হ'ল। ভৱিষ্যতে যেন বস্তু-বাহানিৰ বিষয়ে সাবধান হয়। হয়তো সেইদিনা অন্যমনস্ক হৈ আছিলা, কিবা চিন্তাত আছিলা..'

'চিন্তা! ইবাৰ চিন্তা-ভাৱনা! হেঃ!' সত্যেনে প্ৰায় গৰ্জ্জন কৰি উঠিল, 'তুমি তাইক অতদিন ধৰি জানা, কেতিয়াবা তাইক চিন্তা-ভাবনা কৰা দেখিলা? তাইৰ স্বভাৱেই এই, গা সাতখন আঠখন। ক'ৰ বস্তু ক'ত এৰে তাৰ কোনো পাত্তাই নাই। মাৰ কম গালি খাইছে? জানাই দেখোন। অতদিনে আঙঠিটো নেহেৰুৱাকৈ আছে—এয়েই আচৰিত। ইস, মাই কিজানি শুনি—'

সি চিঠিখনৰ পিনে এবাৰ চালে আৰু ক'লে যে সেই দিনাও নিশ্চয় তাইৰ গা 'সাতখন-আঠখন' হৈ আছিল; পানবজাৰলৈ যাবলৈ ওলাইছিল, মানীহঁতৰ ঘৰত ভাত খাবলৈ মাতিছিল। মই ক'লো,—'হয়তো বাছৰ পৰা নামোতে লৰা-লৰিতে ভীৰৰ হেঁচাত আঙঠিটো হাতৰ পৰা...'

'হব নোৱাৰে' সি ক'লে—'সেইটো তাইৰো মনত খেলাই-ছিল। কাৰণ মানীহঁতৰ ঘৰ পাইয়েই তাই কথাটো আবিষ্কাৰ



কৰিছে। ইউনিভাৰ্ছিটিৰ বাছখন বয় নদীৰ পাৰত অ'ৰিয়েণ্টেল-বিল্ডিঙৰ কাষত—তাৰ পৰা মানীহঁতৰ ঘৰলৈ দু-মিনিটৰ বাট, তৎক্ষণাৎ তাই আকৌ অহা বাটেই আঙঠিটো বিচাৰি গৈছিল যদিও...'

সি অলপ চিন্তিতভাৱে চাহত চুমুক দিব ধৰিলে। যিহে সাংঘাতিক বাবক ভয় নকৰা ছোৱালী! ভাল এখন গোলমালৰ সৃষ্টি কৰিছে চাগে তাই সেইদিনা ঘৰে-বাহিৰে—সি ক'লে। অৱশ্যে আঙঠিটো ক'ত হেৰাব পাৰে সেইটো এতিয়াও স্পষ্ট নহয়। বাছতো হব পাৰে, বাথৰুমতো হব পাৰে, যদিও তাৰ ধাৰণা বাথৰুমতে পানীৰ নলেৰে ক'ৰবালৈ ভাঁহি গৈছে সম্ভৱতঃ, বা হয়তো তাতেই ক'ৰবাত আছে। তাৰ চিন্তা, সি ক'লে, মাই শুনিলে বৰ বেজাৰ পাব। সি বাৰু এতিয়া ইবালৈ কি লিখিব, তাইক ঘৰলৈ কি লিখিবলৈ কব? মোৰ কোনো নহয় যদিও মইওতো ইবাক ভনীৰ দৰেই জানো। তাইলৈ বাৰু সি কি লিখা ভাল হব বুলি মোৰ মনে ধৰে?

মই চাহৰ কাপটো হাতত লৈ তাৰ মুখৰ পিনে চালো। ভনীয়েকৰ দৰে একেবাৰে নহয়, সমস্ত অংগ-প্ৰত্যংগ মাংসল আৰু স্থূল। মই ভাবিলো, মানুহটোৰেই জানো স্থূল? চাহৰ ধোঁৱা আৰু তাৰ গোফৰ সজীৱতাৰ মাজেৰে যেন মোৰ মনলৈ অন্য চিন্তা আহিব ধৰিলে, কিন্তু মই ক'ব ধৰিলো,—'লিখা, বস্তু এটা হেৰুওৱা কথাটোক ইমান বেছি গুৰুত্ব দিয়াটো ঠিক নহয়। সকলোৰে কেতিয়াবা নহয় কেতিয়াবা কিবা হেৰায়েই, যিমানেই সাৱধানী নহওক। পোৱা আৰু হেৰুওৱাৰ সম্ভাৱনাই মানুহৰ জীৱন—বৰ গুৰুগম্ভীৰ শুনা গৈছে নেকি? যিহওক,

মই মোটামুটি মূল ভাৱটোহে কৈছো দেই। ইমান ডাঙৰ ডাঙৰ কথা তুমি লিখিলে তাই ভয় খাই যাব—এই সম্ভাৱনা-বোৰক সৌভাগ্য বা দুৰ্ভাগ্যৰ বাতাবহ বুলি ধৰাৰ ভুলটো আজিৰ জগতত…'

পুৱাৰ সদ্যস্নাত স্নিগ্ধতা ইৰাৰ মুখৰ পৰা প্ৰায় অদৃশ্য হ'ল, তাই প্ৰায় উধাতু খাই আহি গীৰ্জাৰ কাষৰ চাৰিআলিটোত থিয় হ'ল আৰু চাদৰৰ আগটো এহাতেৰে ধৰি ঘনাই ঘনাই উশাহ লব ধৰিলে। তাই দেখিলে, তাই অহা ৰাস্তাটো প্ৰায় জনশূন্য, তললৈ নামি গৈ বহু দূৰত নদীৰ পাৰত শেষ হৈছে। ইমান খালি যে স্পষ্ট দেখা যায় নৈৰ ওপৰেৰে দুখন পাল তৰা নাও চলিছে, আৰু ফেৰীখন, আৰু নৈৰ সমুখৰ ৰাস্তাটোৰ দেখা যোৱা অংশটোৰে মানুহ আৰু ৰিক্সা আৰু মটৰ আৰু গৰুৰগাড়ীৰ দুটা পাতল সোঁত অহা-যোৱা কৰিছে। সচকিতভাৱে তাই এবাৰ ঘূৰি চাই দেখিলে মানীহঁতৰ ঘৰৰ পিনৰ পৰা ব্যস্তভাৱে দীপেন তাইৰ পাছে পাছে আহিব ধৰিছে। মানীহঁতৰ ঘৰত আটাইয়ে আচৰিত হৈ গৈছে। কোনেও ভাৱিব পৰা নাই গেটত হাতখন দিয়েই কিয় হঠাৎ তাইৰ মুখ বিবৰ্ণ হৈ গ'ল, কিয় তাই তৎক্ষণাৎ কাকো ভালকৈ এষাৰ মাত পৰ্যন্ত্য নিদিয়াকৈ লৰালৰিকৈ আকৌ ওলোটা পিনে খোজ ললে। 'কিবা এটা এৰি থৈ আহিলো' বা 'এতিয়াই আহিছো' বা তেনেকুৱা কিবা এটা নিশ্চয় তাই কৈছে; কিন্তু তাৰ ফলত সিহঁতৰ হতবুদ্ধি বাঢ়িহে গৈছে। দীঘল দীঘল খোজ পেলাই দীপেন আহিব ধৰিছে—



এবাৰ ভাবিলে, দীপেনক ক'ব নেকি, যে বোধকৰোঁ নদীৰ পাৰৰ সেই বাছ ষ্টপ্‌টোত সম্ভৱতঃ তাইৰ সোণৰ আঙঠিটো পৰি আছে, সি লগত থাকিলে বিচৰাতো সুবিধা হব; কিন্তু পিছ মুহূৰ্ততে তাই বুজিব পাৰিলে,—নাই, এই ইমান বেয়া খবৰটো নিজে এবাৰ চেষ্টা কৰাৰ আগেয়ে অইন কাকো কৰলৈ তাইৰ কোনোমতেই সত নাহিব। তাইৰ চিৰদিনীয়া অবুজন জেদটো অকস্মাৎ আকৌ সক্ৰিয় হৈ উঠিছে।

গীৰ্জাটোৰ সমুখত ছাইকেল-ৰিক্সাবোৰ ৰৈ আছিল। তাই প্ৰথম ৰিক্সাখনকেই ক'লে,—'এই চলো তো' আৰু লগে লগে আচৰিত হৈ ৰৈ গ'ল। দেখিলে, দূৰত, ৰাস্তাৰ শেষত নদীৰ পাৰত মানুহ এজনে মাটিৰ পৰা কিবা বুটলিছে। আচৰিত, আচৰিত, ইৰাই ভাবিলে, আৰু তৎক্ষণাৎ মন থিৰ কৰি কৈ দিলে, 'ঐ যে আদমী কিবা বুটলিছে, সেইটো হামাৰা আঙঠি। চল, চল, জোৰচে…'

ৰিক্সাৱালাই সবিস্ময়ে ইৰাৰ মুখলৈ চালে, তাৰ চকুত অবিশ্বাস। কিন্তু তাইৰ মুখৰ উত্তেজনা তাৰ চকুত পৰিল। সি কলে, 'উঠিয়ে—'আৰু দ্ৰুতভাৱে হুডখন নমাই দিলে। পিছ মুহূৰ্ততে নামি যোৱা ৰাস্তাটোৰ প্ৰকাণ্ড গাঁত আৰু ওলাই-থকা শিলবোৰৰ ওপৰেৰে ৰিক্সাখনে ঘটং ঘটং শব্দ কৰি ইৰাৰ শৰীৰৰ সকলো হাড় প্ৰচণ্ডভাৱে জোকাৰি হুৰমুৰাই চলিব ধৰিলে। 'মাইজীৰ আঙঠি? ইনিবাছিটিৰ বাছৰ পৰা নামোতে পৰিছে?', ৰিক্সাৱালাই তাৰ যানখনৰ হটুগোলৰ মাজেৰে চিঞৰি চিঞৰি সুধিলে আৰু এবাৰ লৰালৰিকৈ মুখ ঘূৰাই ইৰাৰ পিনে চাই এটা সহানুভূতিৰ হাঁহি হাঁহিলে। যদি সঁচাকৈয়ে সেই মানুহজনে

আঙঠিটোৱেই পাইছে—তাৰ কিন্তু ধাৰণা মানুহজনৰ হাতৰ পৰ হয়তো পইচা বা দিয়াচলাই বা কিবা পৰি গৈছিল মাত্ৰ ( সোণৰ আঙঠিনো ইমান দেখিলৈ ৰাস্তাত পৰি থাকে নে ? )—তথাপি মাইজীয়ে সেইটো ঘুৰাই পোৱাৰ আশা কম। মাইজীৰ আজি ৰবাতেই খাৰাপ। কাৰণ মানুহজন আৰু দেখিবলৈ নাই। নৈৰ পাৰৰ ৰাস্তাৰে গৈ কিমানদূৰ পালে কোনে জানে। বিক্সাখন গৈ নৈৰ পাৰ পায় মানে হয়তো মানুহজনৰ কোনো চিনচাবেই নাথাকেগৈ। হয়তো দঁাতিৰ কোনো ৰাস্তাৰে ক'ৰবাত সোমাই পৰিছে। আৰু যদি মানুজনক আকৌ দেখাও যায়, কি ধৰণৰ মানুহ কোনে জানে! আঙঠিটো পাইছে যদিও মানুহজনৰ হাতৰ পৰা যে সেইটো ঘুৰাই আনিব পৰা যাবই তাৰ কি—

বিক্সাখন আহি ছবমুৰকৈ নদীৰ পাৰৰ মোৰ পালে আৰু ফেৰীখনৰ ধপ্ ধপ্ শব্দটো ইবাৰ কাণত প্ৰখৰ হৈ আহি বাজিল বিক্সাৱালাই ডিঙি মেলি চালে। ইবাইও উদ্বিগ্ন হৈ চাই পঠিয়ালে কিন্তু প্ৰথমে মানুহজনৰ কোনো চিন চকুত নপৰিল। কাছাৰী মোকৰ্দমাৰ কাৰণে অহা অসংখ্য গাৱঁলীয়া মানুহ আৰু কুলি আৰু বাঁহ আৰু কেৰাচিনৰ টিন বোজাই কৰি লৈ যোৱা গৰু গাড়ীৰ শাৰীয়ে সমুখৰ ৰাস্তা প্ৰায় সম্পূৰ্ণৰূপে ঢাকি ধৰিলে ইবাই চাদৰখনৰ আগটো কামুৰি ধৰিলে। ট্ৰাক এখনে বিস্তৰ ধূলি উৰুৱাই পাৰ হৈ গ'ল। ইবাই চাদৰখনৰ আগেৰে নাকটো চেপি ধৰিলে আৰু লগে লগে বিক্সৱালাই উত্তেজিতভাৱে হাতখ দাঙি আঙ লি এটা টোৱাঁই পঠিয়ালে। দূৰত, বেছ দূৰত, পো ওলোৱা মোটা মাৰোৱাৰী এটাই ৰাস্তাত ত্ৰিপাল এখনত চুপাৰি মেলি দিব ধৰিছে। মন্দিৰৰ দৰে সৰু ঘৰ এটাৰ পৰা মুখত



ওৰণি টনা আৰু ভৰিত মোটা গধুৰ খাৰু পিন্ধা এজাক মাৰোৱাৰী মহিলা ওলাই আহিছে। এই জাকটোৰ মাজেৰে স্পৰ্শ বচাই আৰু চুপাৰিবোৰ নগচকিবৰ চেষ্টা কৰি ভৱিতব্যৰ মানুহজন আগবাঢ়ি যাব ধৰিছে। ইমান দূৰৰ পৰা ঠিক বুজা নগ'ল, কিন্তু ইবাৰ ধাৰণা হ'ল তেওঁৰ পৰিধেয় ধুতি, কামিজ, ছেণ্ডেল-শ্বু, এখন খয়েৰী ৰঙৰ চাদৰ—ভদ্ৰলোকৰ দৰেই। ইবাৰ ধাৰণা হ'ল খোজটোও ভদ্ৰলোকৰেই দৰে।

'ঐ আদমীকো যেনেতেনে মিল্‌নাই হোগা, থোৰা ঔৰ জোৰচে চালাও—' উত্তেজিতভাৱে ইবাই ক'লে। ইবাই পুনৰ ক'লে, নিশ্চয় সেই মানুহজনৰ হাততেই আঙঠিটো আছে। ভাগ্যত যিয়েই নাথাকক, আঙঠিটো ঘুৰাই দিয়ক বা নিদিয়ক, পোৱা বুলি কওক বা পোৱা নাই বুলিয়েই কওক, তাই মানুহ-জনক এবাৰ যেনেতেনে সুধি চাব। বিক্সাৱালাই এবাৰ লৰা-লৰিকৈ আকৌ মুখ ঘুৰাই ইবাৰ পিনে চালে। তাৰ পিছত তাৰ কান্ধৰ লেতেৰা ৰঙা গামোছাখন ইখন কান্ধলৈ স্থানান্তৰিত কৰিলে, যেন সিও মন স্থিৰ কৰিলে, সি ক'লে, 'ঠিক হ্যায় মাইজী—'

ইবাই বুজিলে —বিক্সাৱালাটোৰ ওপৰত তাই এতিয়া নিৰ্ভৰ কৰিব পাৰে। বিশ্বাসযোগ্য মানুহ, সহায় কৰিবলৈ প্ৰস্তুত। সি লগত থাকে মানে ভয় নাই। ইবাৰ ধাৰণা হ'ল, এইটো এটা মংগলৰ চিন—আঙঠিটো নিশ্চয় নেহেৰায়—নিশ্চয় ঘুৰাই পাব। নিশ্চয় সেই মানুহজনেই পাইছে। নিশ্চয় ভাল মানুহ। ভদ্ৰ মানুহ। এবাৰো পাছলৈ উভতিও চোৱা নাই। আঙঠিটো আত্মসাৎ কৰাৰ মতলৱ থাকিলে নিশ্চয় বোটলাৰ পৰাই সতৰ্ক-

ভাবে পাছলৈ ঘুৰি ঘুৰি চালেহেঁতেন। হয়তো পুলিচত জমা দিবলৈ যাব ধৰিছে। হয়তো—

পিছ মুহূৰ্ততে সন্দেহ আৰু আশংকাই ইবাৰ মনটো হেঁচি ধৰিলে। যদি মানুহজনে আঙঠিটো পোৱা নাই? যদি সঁচাকৈয়ে তেওঁ তেওঁৰ পইচাহে বুটলিছিল? যদি তেওঁ আঙঠিটো পোৱাৰ কথা অস্বীকাৰ কৰে? যদি তেওঁ তাইক খঙত অপমান কৰি পেলায়? যদি ৰাস্তাত এটা কেলেংকাৰী হৈ যায়? যদি—

বিপদজনক আৰু বিপৰ্যস্ত গতিৰে মানুহ-গৰু আৰু যান-বাহনৰ হেঁচা-ঠেলা-বিশৃংখলাৰ মাজেৰে অবিশ্বাস্য দক্ষতাৰে ৰিক্সাৱালাই জোৰেৰে ৰিক্সা চলাব ধৰিলে, মানুহজন ভীৰত মাজে মাজে অদৃশ্য হৈ গ'ল, তাৰ পিছত আকৌ হঠাৎ সমুখত ওলাই পৰিল। কিন্তু ৰিক্সাখনৰ পৰা দূৰত্ব খুব বেছি নকমিল। কাৰণ মানুহজনে কেইবাবাৰো ৰাস্তা সলালে, এবাৰ এটা ঠেক গলিৰে সোমাই ডাঙৰ লৰী আৰু বস্তা কঢ়িওৱা ঘৰ্মাক্ত কুলিৰ শাৰীৰ পাছত ৰিক্সাখনক বহু পাছ পেলাই থৈ গ'ল। নদীৰ পাৰ কেতিয়াবাই ক'ৰবাত পৰি থাকিল, দুয়োপিনে ওখ লেতেৰা দালান আৰু মাৰোৱাৰীৰ গদীৰ মাজেৰে ৰিক্সা উৰি যাব ধৰিলে নানান ৰকম শব্দ কৰি। তাৰ ভেঁপুৰ সঘন কৰ্কশ শব্দ ইবাৰ কাণত টিঙটিঙকৈ বাজিব ধৰিলে। এটা তেলৰ কল পাৰ হৈ গ'ল। মিঠা তেল, ভুচি আৰু আলকাতৰাৰ সংমিশ্ৰিত গোন্ধে ইবাৰ নাকত সোপা মাৰি ধৰিলে। প্ৰথমবাৰৰ কাৰণে ইবাই লক্ষ্য কৰিলে যে ইতিমধ্যে ৰ'দ চোকা হৈ আহিছে, তাইৰ নাকৰ আগত আৰু কপালত বিন্দু বিন্দু ঘাম বিৰিঙিছে। ৰিক্সাৱালাটোৰে তাৰ লেতেৰা ৰঙা গামোছাখনেৰে মাজে মাজে তাৰ ডিঙি আৰু পিঠি মচিছে। ৰ'দৰ পোহৰত তাৰ তৈলাক্ত পিঠিৰ ঠায়ে ঠায়ে কিচ্ কিচ কৰিছে। মোৰো চেহেৰা কিজানি জঘণ্য হৈছে। এফালে এই ৰ'দ, ঘাম আৰু ধূলিৰ কোব আৰু আনফালে ইতিমধ্যে চাগৈ মানীহঁতৰ ঘৰত হুলস্থূল লাগি পৰিছে। হয়তো ঘৰতো খবৰ দিছে! ইচ্, আটাইখনে চাগৈ কি গুণাগাঁথাই নকৰিছে!

অকস্মাৎ গলিটো শেষ হৈ গ'ল আৰু সমুখত ডাঙৰ ৰাস্তা ওলাই পৰিল। ৰাস্তাৰ গাঁত এটাত ৰিক্সাখনে প্ৰচণ্ড জোকাৰ খালে, ইয়াৰ শৰীৰ জনজনাই গ'ল। হঠাৎ কাষেৰে কিছু বোকা-পানী ছিটিকি গ'ল। ভাগ্যে কাপোৰত নপৰিল—গাঁৰি দিয়া নতুন পাটৰ মেখেলা, আজি প্ৰথম উলিয়াইছে মাত্ৰ। যাওক, ৰক্ষা! ৰাস্তাৰ গাঁতত জমা হৈ থকা বোকা-পানী ছিটিকাই সেইখন এখন লৰী বাহিৰ হৈ গ'ল। হঠাৎ ইবা সজাগ হৈ বহিল, চাদৰৰ আগটো মুখৰ পৰা খহি পৰিল। মানুহজন নিচেই ওচৰতে, প্ৰায় তিনি গজ দূৰত! এতিয়াও মুখখন সিপিনে, কিন্তু ইবাৰ ধাৰণা হ'ল—তাই মানুহজন চিনে, খুব ভালকৈ চিনে! লগে লগে ঘটলং ঘটলং শব্দেৰে জৰাজীৰ্ণ ছিটি-বাছ এখন সমুখতে আহি ওলাল আৰু মানুহজনৰ বাট ভেটি ধৰিলে।

'এই বোখো' বোখো'—ইবাই কলে। ৰিক্সাখন থমাৰ লগে লগেই নামি তাই মানুহজনৰ পিনে বেগ দিলে। ছিটি-বাছখনৰ পৰা মানুহ কিছুমান নামিছে আৰু লগে লগেই বাছখন আকৌ ভৰ্তি হৈ গৈছে। মানুহজনে বাছখনত উঠিবৰ চেষ্টা কৰিলে,

কিন্তু তাৰ দুৱাৰত ইমান ভীৰ যে তেওঁ দুখোজ পাছুৱাই আহিল। ইবাই দেখিলে যে মানুহজনে হঠাৎ ঘূৰি চালে, মই হঠাৎ ঘূৰি চালো—

'হেই—চান্দমাৰী—চান্দমাৰী—যাব দিয়া—যাব দিয়া—' বাছখন এৰি দিলে আৰু শূন্য বাছ-স্টপ্‌টোত অকল বিক্সাখন, মই আৰু ইবা থিয় হৈ থাকিলো। মই নীৰৱে মোৰ সোঁহাত-খন মেলি ধৰিলো, হাতৰ তলুৱাত সোণৰ আঙঠিটো জিলিকি উঠিল। ইবাই এটা স্বস্তিৰ নিঃশ্বাস এৰিলে। তাই কপালৰ পৰা ঘামখিনি মচি পেলালে। তাইৰ মুখখন উদ্ভাসিত হৈ উঠিল। তাই মাটিৰ পিনে চালে আৰু অস্ফুট, ৰুদ্ধকণ্ঠে ক'লে, —'অ'—তুমি! তুমি! মই জানিছিলো মোৰ আঙঠিটো তুমিয়েই পাবা—'

* * * *

'অ, আৰু?' সত্যেন কলে,—'আৰু?'

মই উচপ খাই উঠিলো। ধাৰণা হ'ল যেন তাৰ কথা মোৰ কাণলৈ আহিল সুদৃঢ় আৰু ৰূঢ়—আৰু স্থূল। মই বুজিলো যে মই কথাৰ মাজতে নিস্তব্ধ হৈ পৰিছিলো। সি সুধিছে 'আৰু?' মই আকৌ তাৰ মাংসল মুখখনৰ পিনে চালো। মই আকৌ ভাবিলো সঁচাকৈয়ে সি মানুহটোৰেই জানো স্থূল। মোৰ বিৰক্তি উপজিব খুজিলে, কিন্তু সেই ভাব মই দমন কৰিলো আৰু ক'লো—'লিখা, গতিকে তুমি আৰু সেইবোৰ নাভাবিবা আৰু সেই বিষয়ে দুশ্চিন্তাও প্ৰকাশ নকৰিবা। এতিয়া তোমাৰ ল'ৰা-ছোৱালী হৈছে। সিহঁতৰ মন কুসংস্কাৰৰ পৰা মুক্ত কৰি ৰখাটো তোমাৰ দায়িত্ব। নিজে এইবোৰ বিশ্বাস নকৰিলেও



তোমাৰ কথা শুনি শুনি প্ৰফুল্লৰ মনো এইবোৰ অযথা দুশ্চিন্তাৰ পিনে প্ৰভাৱিত হব পাৰে। এনেকুৱা কৰিবা যেন একো হোৱা নাই, যেন তোমাৰ ঘৰখনত উদ্বেগ আৰু অন্ধবিশ্বাসৰ বীজ কেতিয়াও সিঁচা নহয়গৈ…'

সত্যেনে মোৰ মুখৰ পিনে আগৰ দৰে, প্ৰায় অবোধৰ দৃষ্টিৰে চাই থাকিল আৰু মই শ্ৰুতলিপিৰ মাষ্টৰৰ দৰে মোৰ চকু শূন্য চাহৰ কাপটোত নিবদ্ধ কৰি কৈ গ'লো। কিন্তু মোৰ মনলৈ আকৌ অন্য চিন্তা আহিব ধৰিলে। মই অনুমান কৰিব পাৰিলো যে দীঘল, একাবেকা, কদাকাৰ গলিটোৰ শেষত মোৰ সমুখত কৰ্কশ আৱাজ কৰি জৰাজীৰ্ণ ছিটি-বাছখন মানুহেৰে ঠাহ খাই আহি পৰিল, আৰু মই পাছলৈ উভতি চাবলৈ ভয় পালো। অকস্মাৎ অবৰ্ণনীয় ক্লান্তিয়ে মোক অৱশ কৰি পেলালে।

'হেই—চান্দমাৰী—চান্দমাৰী—যাব দিয়া—যাব দিয়া—'

মই অনুমান কৰিব পাৰিলো যে মোৰ ক্লান্তি স্বত্বেও মই বাছখনৰ পিনে দৌৰিলো, পাছলৈ উভতি চাবলৈ মোৰ সাহ নহল আৰু এই হেঁচা-ঠেলাৰ ভীৰৰ মাজতে মই চলন্ত বাছখনত জপিয়াই উঠিলো।

# দেউতা আৰু আমি

দেউতা ফুৰিবলৈ যাবলৈ ওলাল, অকণিয়ে লাঠিডালে ওভাৰকোটটোয়ে আনি দিলে। এটা বোমা-বিস্ফোৰণ ঘটিল।

"এইয়া! এইয়া!" দেউতাই উত্তেজিত হৈ হাত জোকাৰি জোকাৰি চিঞৰ-বাখৰ লগাই দিলে, "মই জানো নহয়, তইঁতক কোনো এটা কথা কৈ বহি থাকিব নোৱাৰি। ইমানকৈ দবাই দবাই কলোঁ, মোৰ ওভাৰকোটটোয়ে মাংকী-কেপ্ টোয়ে ডাঙৰ বাপক দি পঠিয়াবি, তাকো অতকৈ ক'লো, বোলো বাহিৰলৈ যাবি, এক্স প'জাৰ লাগিব, এই দুটা লৈ যাবি—ক'ত, যৰ বস্তু ততে থাকিল। মই জানো নহয়, তইঁতে কথাক কথা যেন নেদেখ, মই অথনিয়ে কৈছোঁ নহয়—"

অকণিয়ে লাহেকৈ ক'লে, "ডাঙৰ দাদাই নিনিলে। ডাঙৰ দাদাৰ নতুন টুইডৰ কোটটোতে বোলে ঢেৰ-উম আছে।"

"উম আছে!" দেউতা আৰু বেছি উত্তেজিত হ'ল, "উম আছে! বোলো উম আছে যদি মোক নকলে কেলেই? মোৰ



কথাতে দেখোন হয়ভৰ দিলে। এইখন কি! কথা এটা, কাম এটা, এইখন কি! আৰু, কোটটোত বাৰু উম আছে, পিছে কাণ দুখনত কি হ'ব? মাংকী-কেপ্ নোলোৱাকৈনো মানুহে তেজপুৰ হেন ঠাইলৈ যায়নে? ভাল হৈছে, উত্তম হৈছে, বুজিব নহয় এতিয়া, যেতিয়া তেজপুৰৰ পুহমহীয়া চেঁচা বতাহে তাৰ কাণ দুখন কাটি লৈ যাব। ঘৰলৈ আহকছোঁন, তাক মজাটো দিম। আকৌ ঘৰলৈ বা কি লৈ আহে, নিউমনিয়াই লৈ আহে নে ইনফ্লুয়েঞ্জাই লৈ আহে, কোনে জানিছে—।"

"মইতো নিবলৈয়ে কৈছিলোঁ।" অকণিয়ে ক'লে, "নিনিলে নো মই কি কৰিম"

"কি কৰিম! কেলেই, মোক কব নোৱাৰিলি—"

"আপুনি তেতিয়া কাছাৰীলৈ গৈছে," অকণিয়ে কোনোমতে হাঁহি এটা চেপি ক'লে, এনে সুৰত, যেন তাইৰ আৰু একো কবলগীয়া নাই, যেন এই কথাৰ পাচত আৰু কথা নচলে।

অৰ্থাৎ, প্ৰথম ৰাউণ্ডত দেউতা হাৰিল।

দেউতাই ওভাৰকোটটো পিন্ধিলে, মুখত তেতিয়াও বিৰক্তি। বুতাম কেইটা মাৰি মাৰি দেউতাই বিৰক্তিৰ ৰেখা কেইডাল আঁতৰাই মুখত ককাদেউতাৰ সাধু কোৱা বক্তাৰ ৰেখা দুডালমান ফুটাই তুলিলে।

"শুন," দেউতাই হাতত লাঠিডাল লৈ আৰম্ভ কৰিলে, "তইঁতে এইবোৰ ধেমালি যেন পাইছ। সামান্য ঠাণ্ডা লগাৰ পৰা কথা কেনেকুৱা গুৰুতৰ হয় তইঁতে নাজান। ফিৰিঙতিৰ পৰা খাণ্ডৱ-দাহ। এক্সপ'জাৰ লগাটো বৰ পাতলকৈ উৰাই দিয়াৰ কথা নহয়। তাহানিখন যেতিয়া মই আৰু বিশ্ব-পেস্কাৰ

মথুৰালৈ গৈছিলো—"দেউতাই চকি এখনত বহি পৰিল আৰু লাঠিডাল চকিৰ হাতলত ওলোমাই থলে—"অ' তইঁতক হৰলা সেইখন বৃত্তান্ত কোৱাই নাই।" —দেউতাই এবাৰ নিজ মনেই কিবা মনত পেলাই হাঁহি ললে—"তাহানিৰে কথা। আজি হওক বুলি—একুৰি বছৰেই হ'বগৈ। বিশ্ব-পেস্কৰ তেতিয়া নতুনকৈ কাছাৰীলৈ আহিছে—"

"সেইখন বৃত্তান্ত" পুংখানুপুংখভাবে খুটিনাটিসহ ঘৰৰ আটাইয়ে—আৰু বাহিৰৰো আটায়ে—চাৰি পাঁচ লাখ বাৰ শুনিছোঁ: মথুৰা ভ্ৰমণ কৰোতে ৰাতিৰ ট্ৰেইনত ঠাণ্ডা লাগি বিশ্ব-পেস্কৰৰ কি দুৰ্গতিখনেই নহ'ল। মই অতপৰে দুৱাৰদলিত থিয় দি আছিলো, বাহিৰৰ পৰা আহিছো, মতলব এয়ে যে দেউতা ওলাই গলে সোমাই পৰিম। মই বুজিলো যে এতিয়া মথুৰা-ভ্ৰমণ আৰম্ভ হলে এঘণ্টা বাহিৰত বৈ থাকিব লাগিব, মই চুচুক চামাককৈ সোমাই আহিলো।

অকণিয়ে ত্ৰস্তভাৱে মোৰ পিনে চালে, তাৰ পাছত লৰা-লৰিকৈ ক'লে, "অ,' সৰুদাদা আহিছে। মই মাৰ্চ্চেণ্ট অফ ভেনিচ্ খনৰ কিবা এটা বুজি লব লাগে, কালি টাৰ্মিনেল পৰীক্ষা—ইচ্, আজি ৰাতি ইমান সোপা প্ৰিপেয়াৰ কৰিবলৈ আছে—সৰু দাদা, আহ, আহ, মই অথনিৰে পৰা বৈ আছোঁ—"

মোৰ পিনে এটা বিপদ-সঙ্কেতৰ চাৱনি মাৰি অকণিয়ে এনেকুৱা এটা ভঙ্গী দিলে যেন তাইৰ মৰিবলৈ সময় নাই, আৰু সাউৎ কৰি এনেকৈ ভিতৰ দুৱাৰেদি অন্তৰ্দ্ধান হৈ গ'ল যে মই তাইক বাহ বা নিদি নোৱাৰিলো। মইও 'যঃ পলায়তি সঃ



জীৱতি' ফৰ্ম্মুলা অনুসাৰে তাইৰ পিছে পিছে দুৱাৰবলৈ চাপলি মেলিলো।

"এই !" দেউতাই ক'লে।

মই ৰৈ গ'লো।

"কি কৈছে ?"

"তই ক'লৈ গৈছিলি ? অকণিৰ কালি পৰীক্ষা, তোৰ কাৰণে বৈ আছে—ক'লৈ গৈছিলি ?"

সঁচা কথা কোৱাই ভাল হব বুলি বুজিলো।

"কলেজত ৰিহাৰ্চেল আছিল", মই ক'লো।

"ৰিহাৰ্চেল আছিল! এটা যাবি তেজপুৰলৈ খেলিবলৈ, এটা যাবি থিয়েটাৰ কৰিবলৈ, লগাৰ সময়ত এটাকো পাবলৈ নাই।"

"মোক বিচাৰিছিল নেকি ? মাক কৈ গৈছিলো।"

অৱশ্যেই মোৰ বিচাৰ পৰা নাছিল। দেউতাই ক'লে, "কিহৰ নো ৰিহাৰ্চেল খন কৰিছ ?"

"এখন নাটক"

"নাটক তো বুজিলো, নাটক নহে কিবা ক্লাচিকেল গানৰ ৰিহাৰ্চেল কৰিবিনে তই ? কি নাটক ? কি নাম ?"

"যবনিকা যেতিয়া নামে", মই কলো।

"কোনে লিখিছে ?"

"আমাৰ লগৰে এজন লৰাই'"

"আৰু তাৰেই তহঁতে ৰিহাৰ্চেল কৰিছ ? তই কি হৈছ ?"

সেইটো নোকোৱাই মঙ্গলজনক হ'ব বুলি ভাবিলো। মনে মনে থাকিলো।

দেউতাই ক'লে—"হেৰ, নাটকেই যদি কৰিব লাগে ভাল জনাবুজা মানুহৰ নাটক কৰ। এইখন কি! এইখন কি! যবনিকা যেতিয়া ভাঙে! হু! আৰু নাম বিচাৰি নেপালি। আৰু লিখিছে কোনে—ওঠ চেপিলে গাখীৰ ওলোৱা চেঙেলীয়া কলেজৰ লৰা এটাই, তইঁতৰে লেখীয়া। সিও এটা চেক্সপীয়াৰ ওলাল! বোলো, পৃথিবীত আৰু ভাল নাটক নাছিল নে? এই চেক্সপীয়েৰকে নধৰ কিয়—মাৰ্চেণ্ট অফ ভেনিচ—কলেজত অকণিহঁতে পঢ়িবও লাগে। তাকেইনো নকৰ কেলেই, কলেজৰ লৰা-ছোৱালীবো কামত আহিব।"

মই মনে মনে থাকিলো।

দেউতাই বান্দৰ টুপীটো পিন্ধি কাণ দুখন ভালকৈ ঢাকি ললে, তাৰ পাচত নাট্য-সমালোচক হৈ পৰিল।

"তইঁতৰ লগৰ ইনো ক'ব এটা চেক্সপীয়াৰ ওলাল, সিনো কেৰেক্‌টাৰাইজে'চনৰ বিষয়ে কি জানে? নাটকৰ প্ৰধান কথা হ'ল তাৰ কেৰেক্‌টাৰাইজেচন্‌, চৰিত্ৰবোৰ কেনেকুৱা হৈছে। এই মাৰ্চেণ্ট অফ ভেনিচৰ কথাকে ধৰ—"

অতপৰে সমস্যাটো সঙ্কট-মুহূৰ্ত্ত পালেহি। মই লৰালৰিকৈ ভিতৰলৈ এনেয়ে চিঞঁৰিলোঁ, "গৈছো, গৈছো ৰ" আৰু কলো, "অকণি বৈ আছে। কাইলৈ পৰীক্ষা, বুজাই দিব লাগে—"

দেউতাই বক্তব্যটো পাহৰি গৈ ক'লে, "কাইলৈ পৰীক্ষা, তাইৰনো আজিলৈকে সকলোখিনি সাঁচি থবলৈ কিহে পাইছিল", আৰু কিবা ভোৰভোৰাই লাঠিডাল লৈ চকিৰ পৰা উঠিল, আৰু সেই সুযোগতে মই ভিতৰলৈ সাউৎ কৰি সোমাই গলো।



সোমায়েই ভিতৰত ভণ্টিৰ লগত খুন্দা খালো। ভণ্টিয়ে ফিচ-ফিচাই ক'লে, "দেউতা গ'ল নেকি?"

মুখত আঙুলি দি বাহিৰ-ঘৰৰ পিনে ইঙ্গিত কৰিলো। জোতাৰ শব্দ হ'ল। দেউতা বাহিৰলৈ গৈ আকৌ ভিতৰলৈ আহিছে। ভণ্টি লৰালৰিকৈ কাষৰ ৰুমটোলৈ সোমাই গ'ল, ময়ো তাকেই কৰিলো।

"কি হৈছে নো?" মই কৌতুহলী হৈ সুধিলো।

"দেউতাই মোক দেখিলে আকৌ পৰ্দা কেইখনৰ বিষয়ে লে'ক্‌চাৰ দিব নহয়।"

"কিহৰ পৰ্দা?"

"আজি নতুনকৈ ড্ৰইংৰুমত লগোৱা সেউজীয়া পৰ্দা কেইখন অ', দেউতাই ভাল পোৱা নাই।"

"কিয়? সেউজীয়া কাপোৰটো দেখোন নিজেই আনি দিছে।"

"অ, পিছে হাফ্‌-পৰ্দা লগোৱা বোলে আজি কালিৰ নতুন বাজে ষ্টাইল, গোটেই ৰুমটো বোলে খোলা খোলা উকঙা-উকঙা দেখি। মই ক'লো, আজিকালি চবেই হাফ-পৰ্দা লগায়, অনিমাহঁতৰ ঘৰতো হাফ্‌-পৰ্দাই চব। তেতিয়া আৰু একো নক'লে, কিন্তু ভোৰভোৰাই আছে তেতিয়াৰে পৰা। মাই ক'লতহে মানিছে কোনোমতে।"

অ', এই কথা।

"তোক খুব লে'ক্‌চাৰ দিলে নেকি?"

ভণ্টিয়ে মিচিক্‌কৈ হাঁহি দিলে।

"আৰম্ভ কৰিছিল—মই ক'লো, 'মোক মাই মাতিছে', আৰু পলালো।"

দেউতাৰ জোতাৰ শব্দ পাকঘৰত বৈ গ'ল। মাই পিঠা কৰিব ধৰিছিল। দেউতাই কৈছে—"হেৰা, মই অলপ আহো। ইহঁতে ডাঙৰবাপক মোৰ কোটটো আৰু টুপীটো নিদিলে। তুমি তাক লৈ যাবলৈ নকলানো কেলেই?"

মাই কৈছে, "তাৰ দেখোন নিজৰ আছেই, আৰু সি সোপাকে লৈ গলে নিজে নো এতিয়া কি পিন্ধি ওলাব খুজিছে।"

দেউতাই তাৰ উত্তৰত কৈছে যে তাক যাওঁ বোলোতেই তেজপুৰলৈ কলেজৰ টীমৰ লগত ক্রিকেট খেলিবলৈ যাবলৈ দিয়াটোৱেই ভুল হৈছে, সি নগ'লে আৰু কিবা কলেজত খেলা লৰা নোলালহেঁতেন নে—

মাই কৈছে একেটা কথাকেনো আৰু কিমান কৈ থাকে। দেউতাই কৈছে, তোমালোক গোটেই ঘৰখনৰে কিবা গাত গা নলগা কথা। মই এনেয়ে এখন কোঢ়াল লগাই থকা বুলি ভাবা আটাইখনে। এই বছৰ যে জাৰটো বৰ বেছিকৈয়ে পৰিছে, তাকতো কোনেও নুই কৰিব নোৱাৰে, চাৰিওপিনে জাৰত ক'ত মানুহ ঢুকাইছেই। সামান্য এক্স্‌প'জাৰৰ পৰা কিমান সাঙ্ঘাতিক ঘটনা হব পাৰে। সিবাৰ বিশ্ব-পেস্কাৰৰ লগত মথুৰালৈ যাওঁতে—

মাই কৈছে, বাৰু আপুনি এতিয়া আহককৈ। বিশ্ব-পেস্কাৰৰ কথা পাচতো শুনিম, মোৰ এতিয়া বহুতো কাম আছে।

দেউতাই কৈছে যে তেওঁ বিশ্ব-পেস্কাৰৰ ঠাণ্ডা লগাৰ কথাটো ক'ব খোজা নাই, ক'ব খোজা ঘটনাটো তেওঁৰ নিজৰে ঘটিছিল। মথুৰা এবাৰ পাচত—



মাই কৈছে, মুঢ়াটোতেনো আকৌ বহি গ'ল কেলেই? ক'ববালৈ যাব খুজিছিল দেখোন, সোনকালে নাহেগৈনো কেলেই, মোৰ কিমান কাম আছে, অকণিৰ কাইলৈ পৰীক্ষা দেখিছেই, দেউতাৰ কাহানি ঠাণ্ডা লাগি কি ঘটিছিল সেইখন মহাভাৰত বাৰু পাছতো হ'ব—

দেউতাই কৈছে, আঃ, আগেয়ে শুনাইছোন—

তাৰ উত্তৰত মাই কি ক'লে শুনা নগ'ল। টৌ-কেৰাহী-কেটলি-খুন্তি ভুম-দামকৈ টনা মেলাৰ শব্দ হ'ল, আৰু তাৰ পাচতে মই আৰু ভন্টিয়ে পৰ্দাৰ আঁৰত ৰুদ্ধনিশ্বাসে শুনিলো, হাতত লাঠিডাল লৈ জোতাৰ শব্দ কৰি কৰি মুখখনৰ নাক আৰু চকুৰ বিন্ধাদুটাৰ বাহিৰে বাকীখিনি বেন্থ্‌ লুট কৰা দস্যুৰ দৰে বান্দৰ টুপীটোৰে আবৰি কিবা ভোৰভোৰাই দেউতা বাহিৰলৈ ওলাই গ'ল। ভন্টিয়ে ক'লে, দেউতাই হবলা ভাবিছিল এই টুপীটো পিন্ধি ডাঙৰ দাদা তেজপুৰলৈ যাব!

দেখিলো, অকণিয়ে পঢ়িছে। মই কলো, "কি অ', তোৰ গঁচাকৈ কিবা পঢ়া বুজিব লগা আছে নেকি?" অকণিয়ে ক'লে, "ধেৎ কাইলৈ পৰীক্ষা, আজি আৰু বুজিবৰ সময় আছে নেকি! যি খিনি হৈছে বিভাইচ কৰিব পাৰিলেই হয়,"। অকণিয়েও মিচিক্‌কৈ হাঁহিলে, "দেউতাৰ হাতৰ পৰা তেনেকৈ নক'লেনো সাৰিবি কেনেকৈ?"

"দেউতাটো যে কি", ভন্টিয়ে ক'লে, "জানেই, কোনেও পাত্তা নিদিয়ে, তথাপি সদাই সকলোকে লে'কচাৰ দিব খোজে।" "দেউতাটো বৰ ব'ৰিং, অকণিয়ে ক'লে। শব্দটো বোধকৰোঁ নতুনকৈ শিকিছে।

"মাকো কিবা এটা শুনাবলৈ গৈছিল", ভন্টিয়ে ক'লে।

"বিশ্ব-পেস্কাৰৰ কথা ?"

"নহয়, এইটো নিজৰ ঠাণ্ডা লগাৰ কথা। মাইও পাত্ত নিদিলে।" মই ক'লো, "এই ভন্টি—যাচোন মাক ক'ৰৈ অকণিয়ে পৰীক্ষাৰ বাবে পঢ়িব লাগে, অলপ চাহৰ পানী উতলাব কৈছে", তাৰ পাছত যোগ দিলো, "মইও খাম বাক একাপ, মাক কৰি মইও অকণিৰ লগত লাগি থাকিব লগীয়া হৈছে—"

"ইঃ, মাই যেন একো বুজিহে নাপাব", ভন্টিয়ে মুখ ভেঙুচাই ক'লে আৰু ওলাই গ'ল। মই অকণিৰ বিচনাত দীঘল দি জেপৰ পৰা থিয়েটাৰৰ পাৰ্টটো উলিয়াই লাইন মুখস্থ কৰিব ধৰিলো। ভন্টি চাহ লৈ আহিল, মাই তাইক চা নিদিলে আমাৰ লগত। মই ক'লো, "নিদিবতো, কি সব ছোৱালীয়ে ৰাতি ৰাতি চাহ খাব লাগে।" আৰু মোৰ প্লেট খনতে তাইক অলপ গৰম চাহ ৰাকি দিলোঁ। শৰীৰটো অলপ সুস্থ হ'ল। মই লাইন মুখস্থ কৰা বাদ দিলো, আৰু কলে "এই, মই অলপ শুই লও, ভাত হ'লে উঠাই দিবি", আ শুই পৰিলোঁ।

হঠাৎ সাৰ পাই উঠি শুনিলো সিটো কোঠাত কিবা এ গোলমাল হৈছে, ভন্টিৰ মাত, অকণিৰ মাত, দেউতাই কৈছে "এই! এই! মই জানো নহয়, সি কিবা এটা নকৰাকৈ নাথাকে –ঠিক জানো—" আৰু মাই কিবা ইস-আস, কি হ'ব



কি নহ'ব কৰিছে। এইখন আকৌ কি হৈছে? মই চকু মোহাৰি মোহাৰি বিচনাৰ পৰা উঠি আহিলোঁ, গোটেই কেইটা ৰুমতে লাইট জ্বলিছে, দেউতাই নিশ্চয় আৰু কিবা এটা হুলস্থূলৰ সৃষ্টি কৰিছে।

দেখিলো দেউতাই বান্দৰ টুপীটো খুলিব ধৰিছে, তেতিয়াও ওভাৰকোটটো পিন্ধিয়েই আছে, আৰু কৈছে—"মই তেতিয়াই কৈছো, সিহঁত বৰ চঞ্চলমতি বালক—"

মাৰ মুখ শেঁতা, মাই কৈছে, "কি নো হৈছে ঠিকমতে কওঁকছোন, কি এক্সিডেণ্ট্? ডাঙৰ বাপৰ কি হৈছে?" অকণি আৰু ভন্টিয়ে ভয় খাই যেন মনে মনে আছে, দেউতাৰ মুখলৈ চাই থিয় দি আছে।

"সাংঘাটিক এক্সিডেণ্ট্" দেউতাই কৈছে আৰু ওভাৰ কোটটো খুলিবলৈ আৰম্ভ কৰিছে, "এই মাত্র বিশ্ব-পেস্কাৰৰ ঘৰত খবৰ পাই আহিলো—ডে'ঞ্জাৰাচ্ কলিচন্, বাচে মটৰ-গাড়ীয়ে কলিচন্—"

"ক'ত? ক'ত?" মাই সুধিছে, "বাপধনৰ বাচখনত? বাপধন ক'ত আছে?

"সাংঘাটিক কলিচন্", দেউতাই কৈছে, আৰু নিৰ্বিকাৰ ভাবে কোটটো খুলিছে, "ভাত হৈছে নেকি?"

"বাপধন ক'ত? সি কেনে আছে?" মাই অধৈৰ্য্য হৈ সুধিছে, "কোনে খবৰ দিলে? কি হৈছে নকয়নো কেলেই—"

ভন্টিয়ে মাত লগালে, "দেউতা, ডাঙৰদাদাৰো জখম হৈছে নেকি? ইস, নহয়! ক'ত? ক'ত জখম হৈছে?"

"তেজপুৰৰ ৰাস্তাত। ডিটে'ইলচ্ এতিয়াও পোৱা নাই কিন্তু সাংঘাটিক এক্সিডেণ্ট", দেউতাই আকৌ নিৰ্ব্বিকাৰভাৱে কৈছে।

অতপৰে অকণিয়েও প্ৰশ্ন সুধিবলৈ আৰম্ভ কৰিলে।

"ৰ—ৰছোন, সকলো কথা একে উশাহতে ক'ব নোৱাৰি নহয়—যি হৈছে হৈছে. তাৰ বাবে হাই-উৰুমি এখন আৰম্ভ কৰিলে কি লাভটো হ'ব? কম নহয়, ধীৰে সুস্থিৰে সকলো কম, উত্ৰাৱল হ'ব লাগিছে কেলেই। হো ভন্টি মোৰ কোটটো থ—হেৰা, ভাত হৈছে যদি মোক দিবলৈ কোৱা।"

মই অবিশ্বাসৰ চকুৰে দেউতাৰ মুখলৈ চাইছো। মোৰ কিবা সন্দেহজনক যেন লাগিল গোটেই কথাটো। মই লৰা লৰিকৈ কোটটো পিন্ধি বিশ্ব-পেস্কাৰৰ ঘৰলৈ ওলালো। ওলাই যোৱাৰ আগে আগে শুনিলো, মা, অকণি, ভন্টি সকলোৱে দেউতাক জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন কৰিব ধৰিছে। দেউতাই কৈছে, "কম, কম, সকলো কম। বেয়া এক্সিডেণ্ট। ১৯৬০ চনত ধৰমতুলৰ ৰাস্তাত আমাৰো এনেকুৱা এটা এক্সিডেণ্ট হৈছিল সেইটো শুনিলেহে বুজিব পাৰিবি এই এক্সিডেণ্টবোৰ কেনেকুৱা মোৰ নিজৰ অভিজ্ঞতা। কি? পাচত শুনিবাহঁক? কেলেই কৈছোৱেই দেখোন, মোৰ এক্সিডেণ্ট্‌টোৰ কথা নুশুনিলে ৰাপধন হঁতৰ এক্সিডেণ্ট টোৰ কথাও একো অনুমানেই কৰিব নোৱাৰিবি কেনেকুৱা কাণ্ড। অ, তেতিয়া ১৯৫০ চন, মই, ৰাজেন তহবিল-দাৰ আৰু সুৰেণ শৰ্ম্মা হাকিম—"

মই প্ৰায় দৌৰি গৈয়ে বিশ্ব-পেস্কাৰৰ ঘৰ পালো। তাত সকলো অবাক। সাংঘাটিক এক্সিডেণ্ট? ক'তা, সাংঘাটিকতো



তেনে একো নহয়, ডাঙৰ বাপহঁতৰ বাচখন আৰু বৈ-থকা ফিয়াট গাড়ী এখনৰ ধাক্কা লাগিছিল, ফিয়াটখনৰ মাড্‌গাৰ্ড্‌খন ভাঙি গৈছে, এয়েই মাত্ৰ। কাৰো কোনো জখম-টখম হোৱা নাই, একো হোৱা নাই। বিশ্ব-পেস্কাৰৰ ভতিজা লৰাটো আজি তেজপুৰৰ পৰা উভতি আহিছে, তাৰ হাতত ডাঙৰবাপে এখন চিঠি দি পঠিয়াইছে, যেন ক'ৰবাত এক্সিডেণ্ট টোৰ কথা শুনিলে ঘৰত কোনো চিন্তা-ভাৱনা নকৰে। চিঠিখন ইয়াতেই দেউতাক দিছে। ঘৰত হুলস্থূল লগাইছে? আচৰিত, ইয়াৰ পৰা দেখোন হাঁহি-মাতি নিশ্চিন্ত হৈয়েই গৈছে।

হয়তো তেনেহলে দেউতাই অইন ক'ৰবাত কিবা খবৰ পাইছে, মই ভাবিলো, আৰু তেজপুৰলৈ এটা ট্ৰাঙ্ক্‌-কল্ কৰিম নেকি ভাবিলো। মাক সুধিব লাগিব, আৰু পইচাও আনিব লাগিব—লৰালৰিকৈ ঘৰ পালোহি। দেখিলো দেউতা ভাত খাব বহিছে, আৰু আটায়ে অধৈৰ্য্যভাৱে শেঁতামুখে চাৰিওপিনে জুম বান্ধি বৈ আছে। মাই বোধকৰোঁ অতপৰে কিবাকৈ বুজিছে, কথাটো ইমান সাংঘাটিক হব নোৱাৰে, মাৰ মুখত আধা অবিশ্বাস, দেউতাই শান্ত ভাৱে তৃপ্তি সহকাৰে খাইছে আৰু ১৯৫০ চনৰ দুৰ্ঘটনাটো খুটিনাটি সহ বৰ্ণাইছে. আটায়ে বাধ্য হৈ শুনিছে। কাৰণ, এইটো নোকোৱাকৈ ডাঙৰ বাপ-হঁতৰ এক্সিডেণ্ট্‌টোৰ কথা ক'ব নোৱাৰি বুলি দেউতাই এক-ৰকম ঘোষণা কৰি দিছেই। দেউতাৰ ১৯৫০ চনৰ সুইচেন্স্‌টো কোনোমতে শেষ হৈ যাওক, তাৰ পাছতহে কয় যদি আজিৰ দুৰ্ঘটনাটোৰ কথা। মই ভন্টিক এফলীয়াকৈ মাতি আনিলো।

"দেউতাৰ ওভাৰকোটটো ক'ত থলি ? চাওঁ, আনচোন আন, তাৰ জেপত এখন চিঠি থাকিব লাগে—"

দুয়ো জেপবোৰ বিচাৰিলো আৰু ডাঙৰবাপৰ চিঠিখন পালো। সি লিখিছে, শ্ৰীচৰণেষু দেউতা, আমাৰ টীমটোয়ে ভালে ভালে আহি তেজপুৰ পালে। ববদা আজি ঘৰলৈ যাবলৈ ওলাইছে, তাক লগ পাই তাৰ হাততে এই চিঠিখন দিলো। তেজপুৰৰ পৰা প্ৰায় তিনি মাইল বাহিৰত আমাৰ বাচখনে বৈ থকা ফিয়াট এখনৰ লগত খুন্দা খাইছিল। ফিয়াটখন চিভিল-চাৰ্জেনৰ, সেই কাৰণে চহৰত বহুত গুজৱ ওলাইছে। আপোনালোকে কিবাকৈ শুনিলে চিন্তা কৰিব পাৰে বুলি এই চিঠি দিলো। ফিয়াটখনৰ মাড গাৰ্ড আৰু ৰেডিয়েটৰ্ ভাঙি গৈছে, তাৰ বাহিৰে পেচেঞ্জাৰ কাৰো একো জখম আদি হোৱা নাই, ড্ৰাইভাৰৰো একো হোৱা নাই। আমাৰ টীমটোৰ তেজপুৰত থকা-মেলাৰ ব্যৱস্থা······

ভন্টি আৰু মই চিঠিখন লৈ পুনৰ মাহঁতৰ ওচৰলৈ আহিলো। মাহঁতে শেঁতা মুখেৰে অসহায় ভাবে শুনিছে আৰু আচল কথালৈ অপেক্ষা কৰিছে, দেউতাই মনৰ সুখত পুংখানুপুংখৰূপে ১৯৫০ চনৰ দুৰ্ঘটনাটো বৰ্ণাইছে—এনেকুৱা এটা সুবৰ্ণসুযোগ দেউতাইনো কেনেকৈ এৰি দিব! —আৰু বৰ্ণনাৰ মাজ মাজে মন্তব্য কৰিছে যে আজি এই পদত নিমখ অলপ চোকা হৈছে, এই পদৰ বন্ধা উৎকৃষ্ট হৈছে। দিনটোৰ শেষ ৰাউণ্ডত দেউতা জিকিছে। দেউতা বিজয়গৰ্বত প্ৰায় বেলুনৰ দৰে ফুলি উঠিছে। মাহঁতে অধৈৰ্য্যভাবে অপেক্ষা কৰিছে। মই আৰু ভন্টিয়েও অপেক্ষা কৰিছোঁ। ডাঙৰ বাপৰ চিঠিখন আমাৰ হাতত এটা



আলপিনৰ দৰে হৈ পৰিছে। এইখনেৰে আমি এতিয়া বেলুনটো ফুটাই দিম।

# আচ্ছন্ন

মোৰ বুকু কঁপি উঠিল, মই দেখিলো বাৰান্দাৰ আধা পোহৰত দুখন বেতৰ চকীত দুজন বয়স্ক মানুহ বহি আছে, ধুতি আৰু গেঞ্জি পিন্ধা, এজনৰ মূৰ সম্ভৱতঃ তপা, তাৰ পৰা অলপ পোহৰ চিটিকি পৰিছে। অন্য সময়ত দৃশ্যটোৱে মোৰ মনত কৌতুকৰ উদ্ৰেক কৰিলেহেঁতেন, মই এটা ধেমেলীয়া গল্পৰ হাঁহি-উদ্ৰেক-কৰা চৰিত্ৰ এটা সৃষ্টি কৰাৰ কথা ভাবিলোহেঁতেন। তপা মানুহজন সম্ভৱতঃ তাইৰ দেউতাক, মুখখন মই মনিব নোৱাৰিলো। বহুদিনৰ পাচত কাশীৰ পৰা ঘৰলৈ আহিছে, হয়তো মুখৰ চেহেৰাও বদলিছে, কিন্তু খুব সম্ভৱতঃ তাইৰ দেউতাক। তেওঁলোকে কাশীৰ ভাড়াঘৰৰ অসুবিধাৰ বিষয়ে কথা পাতিছে, তেওঁলোকে মোৰ পিনে মন নিদিলে। স্বয়ংক্ৰিয়ভাবে মোৰ হাতখন মোৰ জেপৰ কলমটোলৈ গ'ল, মোৰ মনত খেলালে যে এই কথোপকথনৰ টুকুৰা কিছুমান লৰালৰিকৈ টুকি থোৱা উচিত— অতি ইণ্টাৰেষ্টিং আলাপ আৰু প্ৰকাশভঙ্গী, কেতিয়াবা কোনো



এটা গল্পৰ ভিতৰত সুমুৱাই দিব পৰা যাব। মই জানো এইটো কাম মই এতিয়া নকৰোঁ, মোৰ মনত এটা নজনা আশঙ্কা আৰু মোৰ চিন্তাবোৰ বিক্ষিপ্ত, তথাপি মই কেইমুহূৰ্ত্তমান জেপৰ কলমটোত হাত দি তেওঁলোকৰ কথা-বাৰ্ত্তা শুনিলো আৰু তেওঁলোকৰ মনোযোগ আকৰ্ষণ কৰিবৰ চেষ্টা কৰিলোঁ, মোৰ ধাৰণা হ'ল এই বাৰান্দাখনত এয়ে মোৰ শেষ উপস্থিতি, এই আধা এন্ধাৰ মঞ্চখনেই আমাৰ সৰ্বশেষ দৃশ্য। তপা মানুহজনে মূৰ তুলি চালে আৰু সুধিলে কাক লাগে। তেওঁৰ কণ্ঠস্বৰো সম্ভৱতঃ সলনি হৈছে, তেওঁৰ মাত মই ধৰিব নোৱাৰিলোঁ।

মই সুধিলো তাই ঘৰত আছে নেকি।

তপা মানুহজনে ( খুব সম্ভৱতঃ তাইৰ দেউতাক, কাশীৰ পৰা উভতি অহাৰ কথা আছিল,—মই আকৌ ভাবিলো ) ভিতৰৰ পিনে চাই মাতিলে, "হেৰা, এইপিনে কোনোবাই সৰুমাইক বিচাৰি আহিছে—" আৰু পুনৰ কাশীৰ ভাড়াঘৰৰ কথালৈ উভতি গ'ল। ভিতৰৰ দুৱাৰৰ পৰ্দাখন কঁপি উঠিল, মোৰ বুকু কঁপি উঠিল, বাৰান্দাৰ লাইটটো জ্বলিল আৰু তাইৰ মাক ওলাই আহিল। এতিয়া মই বাৰান্দাৰ মানুহ দুজন ভালকৈ চাব পৰা হলোঁ, বাৰান্দাৰ পৰিবেশটো এতিয়া মই লক্ষ্য কৰিব পৰা হলোঁ, আমাৰ মঞ্চসজ্জা এতিয়া পোহৰলৈ আহিল, কিন্তু মই সেইবোৰলৈ নাচালো। মাকৰ মুখৰ পিনেও মই চাব নোৱাৰিলো। মাকে কি পিন্ধিছে মোৰ চকুত নপৰিল, মই মাকৰ খালি ভৰি দুখনৰ পিনে চালো। মই বুজিলো মাকে মোৰ মুখখন চোৱাৰ চেষ্টা কৰিছে, কিন্তু মই তলমূৰ কৰিয়েই মোৰ প্ৰশ্নটোৰ পুনৰাবৃত্তি কৰিলো, তাই ঘৰত আছে নেকি, মই ধৰিব পাৰিলো মোৰ মাত কঁপিছে।

মাকে ক'লে যে নাই, তাই আৰু ডাঙৰমাই দুয়ো ওলাই গৈছে।

মই থোকাথুকি মাতেৰে সুধিলো কলৈ গৈছে, কেতিয়া আহিব।

মাকে ক'লে যে তাইহঁত কোনো এঠাইলৈ যাওঁ বুলি যোৱা নাই, এনেয়ে অলপ ওলাই গৈছে, কেতিয়া আহিব ঠিক নাই, আৰু মই ধৰিব পাৰিলো মাকৰ মাতটোও অতি সূক্ষ্মভাৱে কঁপিছে। মাকে জানে আজি সন্ধিয়া মই অহাৰ কথা আছিল বুলি তাই জানে, তথাপি তাই ঘৰৰ পৰা ওলাই গৈছে। মাক অলপ সময় মনে মনে থাকিল। মই বুজিলো মাকে কিদৰে শেষ শাৰী কেইটা ক'ব ঠিক কৰিব পৰা নাই। মই মাকৰ খালি ভৰি দুখনলৈ চাই অপেক্ষা কৰিলোঁ, তাৰ পাচত শুনিলো মাকে কৈছে, কালি খুব পুৱাই তাইহঁত যাবগৈ লাগিব। বস্তু-বাহানি ঠিক-ঠাক কৰি বান্ধিবলৈ এতিয়াও বাকী আছে, হয়তো সোনকালেই আহিব।

মই বুজিব পাৰিলো যে অকস্মাৎ মোৰ মাতৰ পৰা থোকাথুকি ভাবটো অন্তৰ্হিত হৈ গল, মই নিজে নিজে শুনিলো মোৰ মাতটো পুনৰ মসৃন আৰু কঁপনিমুক্ত, মই কৈছো—অ', কালি খুব পুৱাই যাবগৈ? কালিয়েই যাবগৈ তেনেহলে?

মাকে ক'লে: অ, খুব পুৱাই। তিনিটা-পচিশৰ ট্ৰেইন, পাণ্ডুৰ পৰা চাৰিটা-পয়তাল্লিশত জাহাজ।

মই কৈছো: অ', যিখনেৰে গলে মণিহাৰীঘাটত নদী পাৰ হব লাগে। নৰ্থ-বেঙ্গ এক্সপ্ৰেছ।

মাকে কলে: অ, সেইখনেই, বস্তু-বাহানি লৈ হেনো মণিহাৰীঘাট-চক্ৰিগলিঘাটৰ সেইছোৱাত বৰ অসুবিধা হয়।



মই কৈছোঁ: অ, সঁচাকৈয়ে বৰ অসুবিধা হয়…বাৰু, মই এতিয়া যাওঁ তেনেহলে।

মাকে ক'লে: বাৰু, তুমি আহিছিলা বুলি ক'ম বাৰু, আৰু আচৰিত হলোঁ, কেনেকৈ মোৰ মাতৰ কঁপনিটো মাকৰ মাতলৈ স্থানান্তৰিত হৈছে, সৰু ল'ৰাই কান্দি পেলাবলৈ আৰম্ভ কৰাৰ আগেয়ে তাৰ মাতত যেনেকুৱা এটা কঁপনি আহে। আৰু মই বুজিছোঁ যে এবাৰ মোৰ মুখখন চাবলৈ প্ৰচণ্ড উদ্বিগ্নতাত মাকৰ অসহ্য লাগি উঠিছে, কিন্তু অবিশ্বাস্য এটা অহঙ্কাৰে মোকো আড়ষ্ট কৰি পেলাইছে, মই বুজিছো মোৰ মুখখন মই কেতিয়াও তাইৰ মাকক দেখুৱাব নোৱাৰোঁ। মই লৰালৰিকৈ ঘুৰিলো, আৰু তেওঁলোকৰ পিনে পিঠি দি দ্ৰুতবেগে বাৰান্দাৰ পৰা নামি ৰাস্তালৈ আহিলোঁ, তাইহঁতৰ ঘৰটো চকুৰ বাহিৰ হৈ নোযোৱালৈকে মই কোনোপিনে নাচালো, আৰু তেতিয়াহে মই বৈ গলোঁ। মই আচৰিত হলো যে মই আচৰিত নহলো যে চাৰিওপিনৰ শ শ মানুহৰ অবৰ্ণনীয় অবিৰাম হৈ-চৈ হটগোল মোৰ কাণত প্ৰবেশ নকৰিলে, মোৰ ধাৰণা হ'ল মই যেন এটা 'ভেকুৱাম'ত আছোঁ, মোৰ চাৰিওপিনে এটা শূন্যতাৰ আবৰণ, যাৰ মাজেৰে মানুহৰ উচ্ছসিত কথা-বাৰ্ত্তা, মটৰৰ হৰ্ণ, ৰিক্সাৰ ঘণ্টা, ফেৰিৱালাৰ চীৎকাৰ আৰু সৰু ল'ৰা-ছোৱালীবোৰৰ কলৰৱ প্ৰবেশ নকৰে। মই মাথো বুজিব পাৰিলো যে হাজাৰ হাজাৰ মানুহ মোৰ সোঁৱে-বাৱেঁ আগে-পিচে মোৰ খোজৰ লগত কুণীয়াকৈ মোৰ খোজৰ লগত সমান্তৰালকৈ পাৰ হৈ গৈছে, মোৰ গালত আৰু মোৰ কাণত কিছুমান বতাহৰ চাপ, কিছুমান ধূলি আৰু ধোঁৱা আৰু কিছুমান চকুৰ চাৰনি আৰু কিছুমান শব্দতৰঙ্গই অবিচ্ছিন্নভাৱে আঘাত

কৰিছে—কিন্তু মই এইবোৰৰ অংশ নহও, মই এটা বিচ্ছিন্ন জীৱ, মই এই উন্মত্ত সশব্দ ব্যস্ততাৰ সোঁমাজত বহুদুৰত খোজ-কাঢ়িছো। মই দেখিলো যে তাইহঁতৰ ঘৰৰ বাৰান্দাৰ পৰা আমি আগেয়ে লক্ষ্য কৰা পেট্ৰল-পাম্পটো আধুনিক হৈছে, এটা নতুন ধৰণৰ চেপেটা বাকচৰ দৰে ঘৰ, আৰু তাৰ সমুখত আগতকৈ বহু বেছি বহু বিভিন্ন গাড়ী আহি থামিছে আৰু পেট্ৰল লৈছে, কিন্তু পোৰা পেট্ৰলৰ গোন্ধটো আগৰদৰেই আছে। পেট্ৰল-পাম্পটোৰ সিপাৰৰ "আদৰ্শ ৰেষ্টুৰেণ্ট"খন উঠি গৈছে, তৰকাৰীৰ বজাৰখনো উঠি গৈছে। তাৰ ঠাইত দেৱালেৰে আবৰা পাৰ্ক এখন হৈছে, তাৰ সোঁমাজত এটা লাইট জলিছে, ভিতৰত বহুত মানুহ জনসংখ্যা বহুত বাঢ়িছে, মই বুজিলো, আৰু মই দেখিলো যে মাদ্ৰাচাখনৰ সমূখৰ ফিল্ডত কিছুমান মানুহ জমা হৈছে, বাঁহ এডালৰ পৰা এটা বাল্‌ব ওলমিছে আৰু বাঁহডালৰ গাত লাউড স্পীকাৰ এটা বন্ধা আছে, আৰু মাইক্ৰফ'ন এটা হাতেৰে ধৰি এজন ডেকা মানুহে উত্তেজিত ভাবে কিবা বক্তৃতা দিছে, তেওঁৰ মুখখন ডেকা বুলগানিনৰ মুখৰ দৰে; আৰু মোৰ মনত মুহূৰ্ত্তৰ বাবে খেলাই গ'ল, তেওঁ কি পৰিয়াল-পৰিকল্পনাৰ বিষয়ে কৈছে? মই ঘূৰি অভাৰব্ৰীজখনৰ পিনলৈ আহিলো। আহি প্ৰথমবাৰৰ কাৰণে লক্ষ্য কৰিলো কেইবাখনো সৰু সৰু পাণৰ দোকান কাঠফুলাৰ দৰে গজি উঠিছে, ৰঙা ক্ৰচ আঁকা এখন ফাৰ্ম্মাচী, "মিনাৰ্ভা ফিল্ম ডিষ্ট্ৰিবিউটৰ্ছ", এখন বাদ্যযন্ত্ৰৰ দোকান, তাৰ ভিতৰৰ পৰা এটা তবলাত হাতুৰী মৰাৰ শব্দ আহিছে, আৰু এখন একেবাৰে চিক্‌চিকিয়া নতুন চাহৰ দোকান, তাৰ নাম "অবাক জলপান", সম্ভৱতঃ বঙালী দোকান, আৰু



মই দেখিলো দোকানখনৰ খিৰিকীত বৈয়ামবোৰত গজা আৰু থালবোৰত স্তূপ স্তূপ জিলাপী সজোৱা আছে। মোৰ মনত পৰিল তাই কৈছিল, "তোমাৰ যে কথাবোৰ ইমান পাকলগা, ইমান জিলাপীৰ পেঁচ"; আৰু মই আগুৱাই গৈ অভাৰব্ৰীজ-খনৰ ৰেলিঙত ধৰি মাদ্ৰাচাখনৰ দক্ষিণ ফাললৈ চালোঁ। দেখিলো দিনৰ মাদ্ৰাচাখনত ৰাতি এটা নাইট স্কুল হৈছে, তাৰ কোঠাবোৰত ক্লাচ চলিছে।

অভাৰব্ৰীজখনেৰে মটৰ, ৰিক্সা, মানুহ আৰু গৰু অহা-যোৱা কৰিছে অনৰ্গল, ব্ৰীজখনৰ তলেৰে ইঞ্জিন এটাই শ্বাণ্টিং কৰিছে, কিছুমান ডেকা ল'ৰাই ৰেলিঙত বহি চিগাৰেট খাইছে; আৰু একেবাৰে কাষতে মাদ্ৰাচাখনৰ—নহয়, নাইট স্কুলটোৰ ক্লাচ এটাত মই দেখিলো মাষ্টৰে বৰ্ডত জ্যামিতিৰ ছবি আঁকিছে। ডেস্কবোৰত ল'ৰা ভৰ্ত্তি, কিন্তু বেছিভাগেই বাহিৰৰ পিনে চাইছে, পিচপিনৰ বেঞ্চিত ছুটামানে টোপনিয়াইছে বা কটাকটি খেলিছে। মই অন্যমনস্কভাবে জেপত খেপিয়াই খেপিয়াই চিগাৰেটৰ পেকেট-টো পালো আৰু চিগাৰেট এটা জলাই লৈ বৰ্ডৰ জ্যামিতিৰ ছবিখন ব্ৰীজখনৰ পৰাই বুজিবৰ চেষ্টা কৰিলো। বহু সময় মই ছবিখন বুজিব নোৱাৰিলো, মাষ্টৰজনৰ নম্ৰ অথচ ত্যক্ত মুখখনে মোক আকৃষ্ট কৰিলে বেছি। তেওঁৰ চৰিত্ৰ কেনেকুৱা হব মই ভাবিলো আৰু মোৰ অজ্ঞাতসাৰেই তেওঁক কেন্দ্ৰ কৰি মোৰ মনত গল্প এটাই গঢ় লব ধৰিলে, আৰু মই মনোযোগ নিদিয়া-য়াকৈয়ে শুনিলো মোৰ কাষেৰে চামে চামে ভাষা পাৰ হৈ গ'ল—শান্ত আৰু উদ্ধত, উত্তেজিত আৰু কুণ্ঠিত, বিৰক্ত, কৌতুহল-পূৰ্ণ, কাকুতিপূৰ্ণ, উল্লসিত, উদাত্ত, উৎকণ্ঠিত, অসমীয়া ভাষা,

বঙালী ভাষা, হিন্দী, উৰ্দ্দু, ইংৰাজী, ৰুমানিয়ান, অসমীয়া ইংৰাজী, পাঞ্জাবী-ইংৰাজী, মাদ্রাজী-ইংৰাজী, আৰু এটা ভাষ মই ঠিক ধৰিব নোৱাৰিলো, সম্ভৱতঃ তামিল বা তেলেগু হঠাৎ মোৰ জ্যামিতিৰ মাষ্টৰৰ নিৰ্ম্মীয়মান কাহিনীটোৰ গতি বন্ধ হৈ গ'ল, মই প্ৰায় 'ইউৰেকা' বুলি চিঞৰি উঠিলো, মই বুজিলো যে বৰ্ডৰ ছবিখনৰ প্ৰতিপাদ্য কথাটো হৈছে এয়ে যে বৃত্তাৰ্দ্ধৰ কোনটো এক সমকোণৰ সমান। মই চঞ্চল হৈ উঠিলো, মই বুজিলো যে জ্যামিতিৰ মাষ্টৰৰ গল্পটো বিক্ষিপ্ত হৈ যাব ধৰিছে। মই স্বয়ংক্ৰিয়ভাবে মোৰ জেপৰ কলমটোত হাত দিলো, মোৰ মনত খেলালে গল্পটোৰ স্কেচ্‌বোৰ, গল্পটোৰ 'থীম্'টো পাহৰি যোৱাৰ আগেয়েই টুকি থব লাগিব সদায় যেনেকৈ কৰি আহিছো। এই সন্ধিয়াৰ এই সকলো ইতস্তত ঘটনাৱলীৰ টুকুৰা টুকুৰা অংশ, সকলো ক্ষিপ্ৰ প্ৰতিচ্ছাপ, সকলো দ্ৰুত ইম্প্ৰেশ্বন, সকলো টুকি থব লাগিব, সকলোবোৰ মোৰ বিভিন্ন বিভিন্ন গল্পত সোমাই যাব, সামঞ্জস্য পাব, হুবহু বৰ্ণিত হ'ব, ৰূপান্তৰিত হ'ব, পৰিবৰ্ত্তিত হ'ব, পৰিবৰ্দ্ধিত হ'ব পৰিলক্ষিত হ'ব।

মই লৰালৰিকৈ ষ্টেচনলৈ গলো। প্লেটফৰ্ম্মত অসংখ্য লেতেৰা দুৰ্গন্ধ মানুহ কুকুৰ-মেকুৰী বাকচ-বিছনা-লোটা-ঘটিৰ লগত কুণ্ডলীকৃত হৈ শুই আছে, আৰু অসংখ্য মানুহৰ হট্টগোল, কিন্তু এই দৃশ্যবোৰ আৰু শব্দবোৰ মোৰ মনত মুদ্ৰিত নহ'ল। মই দেখিলো সমুখত এন্‌কোয়াৰী অফিচ, মই আগুৱাই গলো আৰু সুধিলো পুৱাৰ নৰ্থ-বেঙ্গ এক্সপ্ৰেছৰ কানেক্টিং ট্ৰেইনখন কেতিয়া এবে, আৰু তেওঁলোকে ক'লে যে সেই ট্ৰেইনখন পুৱা



তিনিটা পচিশত এৰে, চাৰিটাত পাণ্ডু পায়। এই খবৰটোৰ মোৰ কোনো প্ৰয়োজন নাই, এই খবৰখিনিৰে মই কি কৰিম বুজি নাপালো (কোনো এটা গল্পত ব্যৱহাৰ কৰাৰ বাহিৰে), আৰু মই ঘুমন্ত মানুহবোৰৰ মাজে মাজে দেও দি দি চিড়িৰে ওপৰলৈ উঠি গলো আৰু জালৰ দুৱাৰখন ঠেলি ৰিফ্ৰেছমেণ্ট ৰুমটোৰ ভিতৰত সোমালো। ভোজনৰত মানুহবোৰৰ মুখবোৰ মই মনিব নোৱাৰিলো, চিনাকী বয়টো আগবাঢ়ি আহিল দেখিলো, আৰু দেখিলো কাণত ফুল পিন্ধা মিঠা মুখৰ শকত ছোৱালীজনী আৰু কেকোৰা চুলিৰে পাতল ডেকা ল'ৰাজন আজিও একেলগে বেলেগে এখন নিৰল টেবুলত বহি আছে, সিহঁতক ইয়াত প্ৰায়ে দেখো—ভাল ঠাই ডোখৰেই সিহঁতে আবিষ্কাৰ কৰিছে!—আৰু লগে লগে সিহঁত দুটাক কেন্দ্ৰ কৰি গঢ় লব খোজা গল্পটোয়ে এটা ৰূঢ় আঘাত পালে, মোৰ ধাৰণা হ'ল আজিনো সিহঁত ইয়ালৈ কিয় আহিছে, আজিৰ সন্ধিয়াটো নাহিলেই নহ'লহেঁতেন নে? ছোৱালীজনী কটন কলেজত পঢ়ে নে ইউনিভাৰ্চিটিত পঢ়ে, কেইবাদিনো ভাবিছো, (লৰাটোৰ কথা মই প্ৰায় একোৱেই ভবা নাই), আৰু আজিও ক্ষন্তেকৰ বাবে মোৰ মনত খেলাই গ'ল ছোৱালীজনী কটনত পঢ়ে নে ইউনিভাৰ্চিটিত পঢ়ে? শুনিলো বয়টোৱে কৈছে,—

ওমলেট দিম?

ওমলেট? ওমলেট? নাই—নাই, আজি ওমলেট নালাগে, শুদা চাহ, শুদা চাহ।

মই বহি পৰিলো শূন্য টেবুল এখনত, স্বয়ংক্ৰিয়ভাবে চিগাৰেট

এটা জলালো, আৰু স্বয়ংক্রিয়ভাবে মোৰ হাতখনে জেপৰ প
কলমটো উলিয়াই আনিলে। অইন জেপবোৰত খেপিয়াই কিছুমা
কাগজ উলিয়াই আনিলো, ছুই এখন চিঠি, এখন নোটবুক
এখন বেঙ্কৰ ছেক, এখন লাইটৰ বিল, কিছুমান বগা কাগজ
আৰু চিঠিবোৰ আৰু লাইটৰ বিলখন মই ফালি পেলালে
আজি ইহঁতেই বেড-লাক্ ঘটাইছে, মই ভাবিলো, আৰু টুকুৰ
বোৰ এখন ট্রেত পেলাই দিলো। দেখিলো ছোৱালীজনীে
মাজে মাজে চাইছে, কিন্তু মই মূৰ তল কৰি লিখিব আৰ
কৰিলো। মই লিখিলো যে আজি সন্ধিয়া মোৰ জীৱনৰ এট
অংশ, মোৰ অস্তিত্বৰ এটা অঙ্গ ধ্বংস হৈ গ'ল, হেৰাই গ'ল, নিশ্চি
হৈ গল। এটা অবৰ্ণনীয় ক্ষতি। আৰু মই লিখিলো যে অবৰ্ণনী
শূন্যতাই মোক আচ্ছন্ন কৰি পেলালে, আৰু মই লিখিলো
মোৰ অন্তৰ বিদীৰ্ণ হৈ গ'ল, যেন কোনোবাই মোৰ বুকুত ছু
এখন সুমুৱাই তাতে এৰি নিদিলে, ছুৰীখন টানি বুকুৰ প
বাহিৰ কৰি লৈ গল। আৰু মই বুজিলো যে এই শব্দ কেইটা
একো নুবুজালে, একো প্ৰকাশ নকৰিলে, এই শব্দ কেই
পঢ়িলে মানুহে হাঁহিব, এই কেইটা শব্দ কাগজৰ ওপৰত কৃত্রি
অন্তঃসাৰশূন্য, ইন্‌চিপিড্, অক্ষম—শব্দ কেইটা মই খণ্ডতে কা
পেলালো। হাজাৰটা ঘটনা মোৰ মনত পৰিল, হাজাৰটা মু
ভঙ্গী আৰু ভ্ৰুভঙ্গী মোৰ মনত পৰিল, হাজাৰ সংলাপ, হাজা
গল্পৰ খোৰাক, ঘৰ আৰু বাৰান্দা আৰু পুৱা আৰু সন্ধিয়া আৰ
ৰ'দ আৰু বৰষুণ আৰু বিনিদ্ৰ ৰাতি, হাজাৰখন মিলন আৰ
বিচ্ছেদৰ নাটকৰ খোৰাক—আৰু এই সকলোবোৰ এৰি মই
মাথো কৈছো যে আজি সন্ধিয়া মোৰ জীৱন শূন্য হৈ গল



মোৰ অন্তৰ বিদীৰ্ণ হৈ গল, আৰু মই বুজিছো যে কোনেও সেই কথা বিশ্বাস নকৰে।

মোৰ চাহ ঠাণ্ডা হৈ গল, মোৰ চিগাৰেট শেষ হৈ গল, মই মোৰ কলমটোলৈ চালো, কত চিঠি ই লিখিছে, কত মনৰ কথা, কত অনুভূতি কত সুন্দৰভাবে কত সূক্ষ্মভাবে প্ৰকাশ কৰিছে,...কিন্তু তাৰ পিচত এটা প্ৰেৰণা আছিল, পটভূমিত এটা চালনাশক্তি আছিল, মই ভাবিলো, কলমটো মোৰ হাতত চালিত হৈছিল মাত্র। কলমটো এতিয়াও মোৰ হাতত আছে, কিন্তু তাৰ পিচপিনৰ চালনাশক্তি আজিৰ পৰা আৰু নাই, তাৰ প্ৰেৰণা বিগত, আৰু আজিৰ পৰা মোৰ সকলো লিখাৰ পৰা এটা উপাদান কমি গল, এটা জৈৱিক শক্তি কমি গল, আৰু মই এই সৰল, তীব্ৰ সত্যটোকে প্ৰকাশ কৰিবলৈ এতিয়া অক্ষম যে মোৰ জীৱনৰ এটা অংশ খহি পৰিল, যে মোৰ অন্তৰ সঁচাসঁচিকৈয়ে বিদীৰ্ণ হৈ গল। মোৰ মনত পৰিল, আজি ৰাতি মই ৰেডিঅ'ৰ বাবে গল্প এটা আৰম্ভ কৰাৰ কথা আছিল, মই অকস্মাৎ বিপন্ন বোধ কৰিলো, মই সন্ত্রস্ত হৈ উঠিলো, মই বুজি নাপালো গল্পটো আৰু মই কেনেকৈ আৰম্ভ কৰিম। বহুদিন আগেয়ে এদিন লিখিব আৰম্ভ কৰিছিলো ম্লান আৰু কুণ্ঠিতগতি, তাৰ পাচত মোৰ জীৱনলৈ আৰু মোৰ লিখনিলৈ আহিল প্ৰেৰণা আৰু তেজ, কিছুদিনৰ বাবে মোৰ কলমৰ মুখত ৰূপ আৰু ৰস আৰু গোন্ধ আৰু ঔজ্জ্বল্য, আৰু তাৰ পাচত ক্ৰমে ক্ৰমে স্তিমিত হৈ হৈ আজি পুনৰ সকলো প্ৰায়

নিশ্চল মন্দগতি। মই দেখিলো কাউণ্টাৰৰ চশমা-পিন্ধা মানুহ জনে তলমূৰ কৰি বিল কাটিব ধৰিছে, তেওঁৰ মূৰৰ ওপৰত আলমাৰী এটাৰ ওপৰত এটা দীঘল ফুলদানীত এডাল দীঘল একক ঠানি, তাত কিবা এবিধ ৰঙা ফুল, আৰু অকস্মাৎ মোৰ মনত পৰিল যে এখন জাপানী কবিতাৰ কিতাপৰ বেটুপাতত ঠিক এনেকুৱা এডাল ফুলৰ ঠানিৰ এখন ছবি দেখিছো, লগে লগে কিতাপখনৰ পৰা হাইকু এটা মোৰ মনত পৰিল—

দূৰত আতচ-বাজী
জ্বলি উঠিল, নুমাই গল,
তাৰ পাচত আগৰ দৰেই আন্ধাৰ···,

আৰু হাইকুটোৰ ওপৰত মই ক্রুদ্ধ হৈ উঠিলো, মই বুজিলো যে মোৰ অন্তৰ বিদীর্ণ হৈ গৈছে কিন্তু মই সেই কথা ভাষাৰে প্ৰকাশ কৰিব পৰা নাই, মোৰ চেপি চেপি কান্দো আহিব খুজিলে, আৰু অবৰ্ণনীয় দুশ্চিন্তাই মোক আবৰি ধৰিলে কেনেকৈ মই সেই কথা প্ৰকাশ কৰিম, কাগজলৈ সেই কথা মই কিদৰে আনিম, কিদৰে আনিম।

পুনৰ্বাৰ মই মাইক্ৰফ'নৰ সমুখত বহিছো, গল্প পঢ়িছো, কথিকা পঢ়িছো, গল্প পঢ়িছো, কথিকা পঢ়িছো, কাঁচৰ ভিতৰেদি দেখিছো তেওঁলোকে মোৰ গল্পটোৰ ৰেকৰ্ডিং কৰিছে, আৰু টেবুলখনৰ সেউজীয়া কাপোৰ, দেৱালৰ ৰঙা লাইট, ঘড়ী আৰু



চাউণ্ডপ্রুফ্ দেৱালবোৰৰ ফুট ফুট পেটাৰ্ণটোৱে অৱশেষত মোৰ কণ্ঠত এটা গতি আনি দিছে। এঠাইত আহি মই ৰৈ গৈছো, তাত লিখা আছে, "বন্দনাই কিন্তু কথাটো এবাৰ ভাবিও নাচালে", কিন্তু মই পঢ়িলো, "বন্দনাৰ কিন্তু কথাটো মনতেই নপৰিল", তেনেকৈ বেছি ভাল হব যেন লাগিছে, আৰু বাক্যটো শুধৰাই দিবলৈ মই স্বয়ংক্রিয়ভাবে মোৰ জেপত হাত দিছোঁ, আৰু লগে লগে মই বুজিব পাৰিছোঁ মোৰ মুখ বিবৰ্ণ হৈ গৈছে। কলমডাল জেপত নাই। কলমডাল ক'ত পৰিল? এৰি আহিলো নেকি? মই পঢ়া বন্ধ কৰি ৰৈ গৈছো। ঠক্‌ঠক্ কৈ তেওঁলোকে সিপিনৰ পৰা কাঁচখনত টুকুৰিয়াইছে আৰু মোৰ পিনে অবাক হৈ চাইছে আৰু হাত দাঙি বেৰৰ ঘড়ীটোৰ পিনে ইঙ্গিত কৰিছে। মই আকৌ পঢ়িবলৈ আৰম্ভ কৰিছো। কিন্তু মোৰ কণ্ঠৰ পৰা গতি পুনৰ লোপ পাইছে, মই বিমূঢ়ৰ দৰে পঢ়িছো, কি পঢ়িছো মই একো বুজা নাই আৰু মোৰ কাণত সোমোৱা নাই, কিবা এটা নিপিন্ধাকৈ চকীখনত বহি থকা যেন লাগিছে মোৰ। মই যন্ত্ৰচালিতৰ দৰে দ্ৰুতবেগে পঢ়ি গৈছো আৰু পঢ়া শেষ হোৱাৰ লগে লগে হাতৰ কাগজ কেইখিলা পেলাই দি চকীৰ পৰা জাপ মাৰি উঠি পৰিছো—

মই স্বপ্নাবিষ্টৰ দৰে মাছখোৱা পালোহি। মই আচৰিত হলো যে মই আচৰিত নহলো যে চাৰিওপিনৰ শ শ মানুহৰ অবৰ্ণনীয় অবিৰাম হৈ-চৈ-হট্টগোল মোৰ কাণত প্ৰবেশ নকৰিলে, মোৰ ধাৰণা হ'ল মই যেন এটা 'ভেকুৱাম'ত আছো, মোৰ

চাৰিওপিনে এটা শূন্যতাৰ আৱৰণ, যাৰ মাজেৰে মানুহৰ উচ্ছসিত কথা-বাৰ্ত্তা, মটৰৰ হৰ্ণ, ৰিক্সাৰ ঘণ্টা, ফেৰীৱালাৰ চীৎকাৰ আৰু সৰু লৰা-ছোৱালীবোৰৰ কলৰৱ প্ৰবেশ নকৰে। মই মাথো বুজিব পাৰিলো যে হাজাৰ হাজাৰ মানুহ মোৰ সোঁৱে-বাৱেঁ-আগে-পিচে মোৰ খোজৰ লগত কুণীয়াকৈ মোৰ খোজৰ লগত সমান্তৰালকৈ পাৰ হৈ গৈছে, মোৰ গালত আৰু মোৰ কাণত কিছুমান বতাহৰ চাপ, কিছুমান ধূলি আৰু ধোঁৱা আৰু কিছুমান চকুৰ চাৱনি আৰু কিছুমান শব্দতৰঙ্গই অবিচ্ছিন্নভাৱে আঘাত কৰিছে—কিন্তু মই এইবোৰৰ অংশ নহও, মই এটা বিচ্ছিন্ন জীৱ, মই এই উন্মত্ত সশব্দ ব্যস্ততাৰ সোঁমাজত বহুদূৰত খোজকাঢ়িছোঁ। এটা অবৰ্ণনীয় ক্ষতি। এটা অপূৰণীয় ক্ষতি। মই বুজিলো যে আজি সন্ধিয়া মোৰ জীৱনৰ এটা অংশ, মোৰ অস্তিত্বৰ এটা অঙ্গ ধ্বংশ হৈ গল, হেৰাই গল, নিশ্চিহ্ন হৈ গল; ইস্কুলত পঢ়া দিনৰে পৰা কলমটো—এটা তাহানিৰ ক'লাৰঙৰ 'কৃষ্ণা' কলম—মোৰ জেপে জেপে ঘুৰিছে দিন আৰু ৰাতি দেশে-বিদেশে বছৰৰ পাচত বছৰ ( কত নতুন দামী দামী কলম মোৰ হাতলৈ আহিল; কত নতুন পাৰ্কাৰ আৰু বিচিত্ৰ কায়দা-কিটিপ খটোৱা মাৰ্কিণ আৰু জাপানী কলম উপহাৰ পালেঁা, উপহাৰ দিলো—কিন্তু মোৰ 'কৃষ্ণা' কলমডাল মই এৰিব নোৱাৰিলো, মোৰ 'কৃষ্ণা'ৰ বাহিৰে অইন একোৱেই মোক সন্তুষ্টি দিব নোৱাৰিলে )—মই বুজিব পাৰিলো যে মই আৰু লিখিব নোৱাৰিম, কাৰণ কলমডাল আৰু পোৱাৰ আশা নাই, গোটেই ৰেডিজ' ষ্টেশ্যন বিচাৰি চলাথ কৰিছো, যলৈ যলৈ গৈছিলো লুটিয়াই-বগৰাই বিচাৰিছোঁ, মই বুজি নাপালো



মই আৰু কেনেকৈ আগৰদৰে একেই ছন্দত জীৱন যাপন কৰিম, লিখিব নোৱাৰিলে মই আৰু কি লৈ থাকিম, মই বাৰু এতিয়া কি কৰিম, কি কৰিম!

মাছখোৱা বাচ্-ষ্টেচনৰ বাছ আৰু ৰিক্সাবোৰৰ চাৰিওপিনে মই বিপন্নৰ দৰে ঘুৰিব ধৰিলো, মানুহবোৰৰ মুখবোৰ মই মাথো অস্পষ্টভাৱে বুজিব পাৰিলো, বিচিত্ৰ ৰকমৰ গোলমাল মোৰ কাণত নোসোমোৱাকৈয়ে মোৰ কাষেৰে পাৰ হৈ গল। মই দেখিলো ৰিক্সা থামিল আৰু যাত্ৰী নামিল, বাছৰ ঘণ্টা পৰিল, কুলিৰ লগত কোনোবাই কাজিয়া কৰিব আৰম্ভ কৰিলে, কোনোবাৰ হাতত এটা উগ্ৰগন্ধ মাছ, কাৰোবাৰ কেচুৱাই কান্দিছে, বিড়িৰ গোন্ধ, কোনোবাই সুহুৰিয়াইছে, পাণৰ দোকান আৰু চানাচুৰৱালা, ৰকো আৰু ধুপধৰাৰ বাছ আহিল, গোৱালপাৰা আৰু জালুকবাৰীৰ বাছ গ'ল। কিছুমান চিনাকি মুখ মোৰ পিনে অহা দেখিলো, মই লৰালৰিকৈ মুখ ঘুৰাই বাহিৰলৈ খোজ ললো, এটা আচৰিত শূন্যতাই মোক ভৰাই পেলালে। মোৰ ধাৰণা হল ঠিক এনেকুৱা ক্ষতি এনেকুৱা শূন্যতা মই আগেয়েও অনুভৱ কৰিছোঁ, এইয়া আজি এটা নতুন অনুভূতি নহয়। মই নিজমনে নিম্নকণ্ঠে কলেঁা, "মই এতিয়া উঠিম, আৰু চহৰৰ ৰাস্তালৈ যাম, আৰু বহল ৰাজপথবোৰত মই তেওঁক বিচাৰিম, মোৰ অন্তৰে যাক ভাল পায়ঃ মই তেওঁক বিচাৰিলো, কিন্তু মই তেওঁক নাপালো। চহৰত ঘুৰি ফুৰা প্ৰহৰীয়ে মোক লগ পালেঃ যাক মই কলো, তুমি তেওঁক দেখিছানে.

মোৰ অন্তৰে যাক ভাল পায় ? ···কিন্তু মই তেওঁক বিচাৰি পালো ঃ মই তেওঁক ধৰি ৰাখিলো আৰু যাবলৈ নিদিলো···” মই বুজিলো যে মই মোৰ অজ্ঞাতসাৰে বাইবেলৰ পৰা আওঁৰাইছো. আৰু বুজিব পাৰিলো মই দোকান এখনৰ খিৰিকীত হালধীয়া কিবা এবিধ বস্তু পাৰ হৈ গলো, মই লৰালৰিকৈ ছুখোজ উভতি গলো, দেখিলো এখন বিশুদ্ধ কিবা ভোজনালয়, ভিতৰত বিক্ৰা-ৱালা আৰু অইন কিছুমান মানুহে ভাত খাইছে, তাৰ খিৰি-কীত মিঠাইৰ বৈয়াম, বৈয়ামবোৰত হালধীয়া হালধীয়া গজা, কিন্তু থালবোৰত এখনো জিলাপী নাই।

মই বাছ ষ্টেচনলৈ উভতি গলো। আশ্বস্ত হৈ দেখিলো চিনাকি মুখবোৰ অদৃশ্য হৈছে, আৰু মই বাছৰ অপেক্ষাত অনিশ্চয়ভাবে চিগাৰেট এটা জলাই হাত-ভগা চকী এখনত বহি পৰিলো। হাজাৰটা ঘটনা মোৰ মনত পৰিল, কলমডালৰ লগত জড়িত হাজাৰটা পৰিস্থিতি, সি জন্ম দিয়া হাজাৰ সংলাপ, হাজাৰ গল্প লিখিবলৈ তাৰ অবিচল প্ৰস্তুতি, ঘৰ আৰু বাৰান্দা আৰু পুৱা আৰু সন্ধিয়া আৰু চহৰ আৰু গাওঁ আৰু নদী আৰু পাহাৰ আৰু ব’দ আৰু বৰষুণ আৰু হাজাৰ বিনিদ্ৰ ৰাতি, হাজাৰখন মিলন আৰু বিচ্ছেদৰ নাটকত তাৰ নীৰৱ উপস্থিতি. এই সকলোবোৰ মই বৰ্ণাব নোৱাৰিম, মই মাথো কব পাৰিম মোৰ জীৱনৰ এটা অঙ্গ খহি পৰিল. এটা অংশ শূন্য হৈ গল, এৰা, এটা জৈবিক প্ৰেৰণা বিলুপ্ত হৈ গল, আৰু মই বুজিছো যে কোনেও সেই কথা বিশ্বাস নকৰে।



মই জেপৰ পৰা কাগজ উলিয়াই আনিলো, লগে লগে স্বয়ংক্ৰিয়ভাবে মোৰ হাতখনে কলমডাল বিচাৰি জেপলৈ গল, আৰু মই চকুখাই হাতখন কোঁচাই আনিলো। বাছ আহিল আৰু বাছ গল, যাত্ৰী উঠিল আৰু নামিল, মই হাত-ভগা চকীখনত কাগজৰ জাপ এটা লৈ বহি ৰলো, কোনোবা আহি কাষতে বহিল, মাছৰ উগ্ৰ গোন্ধটো আকৌ নাকলৈ ভাহি আহিল, মোৰ জেপত বিচাৰি বিচাৰি কাঠপেন্সিল এডাল পালে‌া, মই বুজিলো যে মোৰ অন্তৰ বিদীৰ্ণ হৈ গৈছে কিন্তু মই সেই কথা ভাষাৰে প্ৰকাশ কৰিব পৰা নাই, মোৰ চেপি চেপি কান্দোন আহিব খুজিলে, আৰু অবৰ্ণনীয় ছুশ্চিন্তাই মোক আচ্ছন্ন কৰি পেলালে, এই কথা কাগজলৈ মই কিদৰে আনিম, মোৰ এই ক্ষতি মই কেনেকৈ প্ৰকাশ কৰিম, মোৰ এই ক্ষতি মই কেনেকৈ প্ৰকাশ কৰিম।

# চেমেষ্টাৰ শেষ

ছয়টা বজাত গুড়ি গুড়ি বৰফ পৰিব ধৰিলে আৰু চাৰে ছয়টা বজাত মোৰ মাণ্টেলটো বগা হৈ গ'ল। মই আনা আৰু য়ানচক বিচাৰি লুড্‌ভিগ্‌ষ্ট্ৰাচেলৈ গলো। লুড্‌ভিগ্‌ষ্ট্ৰাচে জনহীন, গেচৰ লাইটবোৰ বৰফে ঢাকি ধৰিছে, ৰাস্তাটো আৰু গছৰ ডালবোৰ আৰু ঘৰৰ বঙা চালবোৰো বগা হৈ গৈছে। প্ৰফেচৰ ল্যুবাৰ ঘৰটোৰ সমুখৰ আৱৰ্জনাৰ ধামাটো আৰু পাৰ্ক কৰি থোৱা মটৰ গাড়ীখনো বৰফে ছাটি ধৰিছে। বৈ বৈ বতাহৰ ঝাপ্‌টা মাৰিছে, ক্ষীণ গেচলাইটবোৰৰ চাৰিওপিনে গুড়ি গুড়ি বৰফ ঘূৰ্ণী খাইছে। মই বুজিলো মোৰ জোতাৰ তলেৰে ঠাণ্ডা সোমাব ধৰিছে, ভৰিৰ তলুৱা দুখন প্ৰায় হিম হৈ গৈছে। এন্ধাৰ দুৱাৰমুখত বৈ শুনিলো ১ নম্বৰ বাচখনৰ শব্দ দূৰত মিলি গ'ল। মই ভাবিলো, এইখনতে আহিব পাৰিলোহেঁতেন, আৰু মই ঘণ্টা টিপিলো।



এটা ড্ৰেচিংগাউন পিন্ধি হে'ৰ্‌ লাংবাইন্‌ আহি দুৱাৰ খুলি দিলে।

“শুভ সন্ধ্যা।” “শুভ সন্ধ্যা।” “আপোনাক আমনি দিয়া বাবে দুঃখিত, মই ডাৰ্ভাচক বিচাৰিছোঁ।” “ঠিক আছে, কোনো আমনিৰ কথা নহয়। ১৭ নম্বৰ কোঠালী—।” “হয়, মই জানো, ধন্যবাদ।”—“অ, হয়োতো, আপুনি তো আহিয়েই থাকে—।”

অকল আহিয়েই থাকোঁ নহয়, এই ঘৰটোৰ ৰুম দুটা মইয়েই আনাহঁতক যোগাৰ কৰি দিছোঁ। আনা ডাৰ্ভাচ্‌ আৰু য়ানচ্‌ ডাৰ্ভাচ্‌ দুয়ো হাঙ্গেৰীয় ভগনীয়া। আজি এবছৰ আগেয়ে দুয়ো যেতিয়া হাঙ্গেৰীৰ পৰা জাৰ্মানীলৈ পলাই আহে, তেতিয়া দুয়োৰে হাতত আছিল মাথো দুটা চুটকেচ। তাৰ পাছত য়ানচে বিশ্ববিদ্যালয়ৰ হাঙ্গেৰী-পুঁজিৰ সাহায্য পাইছে, আনাইও তাইৰ পঢ়াৰ মাজে মাজে অ'ত ত'ত কাম কৰিছে, লাহে লাহে সিহঁতৰ অৱস্থা কিছু ভাল হৈছে। য়ানচ পদাৰ্থ বিজ্ঞানৰ ছাত্ৰ, আনাই ভাষাতত্ত্ব পঢ়ে। কেতিয়াবা আনাই মোক ইংৰাজী ব্যাকৰণৰ কথা সোধে (মই স্থানীয় ইস্কুল এটাত ইংৰাজী পঢ়াওঁ), মই প্ৰমাদ গণো। য়ানচে অন্যমনস্কভাৱে কিবা এবিধ বিষাক্ত চিগাৰেট খায় আৰু বক্তৃতা দিয়ে (মোক, আনাক, চহৰৰ সকলোকে) প্ৰিন্স্‌টনত থকা হাঙ্গেৰীয় গণিতজ্ঞ মহান্‌ ফন্‌ নয়মানৰ কথা, বুডাপে'ষ্টৰ ৰাস্তাত ছাত্ৰৰ বেৰিকেড আৰু বিদেশী টেঙ্ক, আৰু কেনেকৈ তাপ কমি গলে ধাতুবোৰৰ চুম্বকত্ব বদলি যায়। স্পষ্ট বুজা যায় যে পদাৰ্থবিজ্ঞান তাৰ জীৱনৰ এটা অংশ, আৰু ইতিমধ্যেই “দ্বিতীয় পদাৰ্থ-বিজ্ঞান

ইন্‌ষ্টিট্যুট"ত এটা গুজৱ ওলাইছে যে অহা চেমেষ্টাৰৰ পৰা প্ৰফেচাৰ ভাইৎচ্যেকাৰে "ডে'ন্ উংগাৰ্"ক ( অৰ্থাৎ "হাংগেৰীয়টোক" ) এজন এচিষ্টেন্ট কৰি লোৱাৰ কথা ভাবিছে। ঘৰৰ অভাৱত সিইঁতে বিয়া কৰাব পৰা নাছিল অতদিনে, আজি তিনিমাহ আগলৈকে। যি হওক এই ছাত্ৰ-বৰ্ডিংটোৰ 'ব্যৱস্থাপক' হে'ৰ লাংবাইনৰ লগত ভাগ্যক্ৰমে মোৰ চিনাজনা আছিল (হে'ৰ লাংবাইন্ আইনৰ ছাত্ৰ আৰু ডাবা-ক্লাবৰ সম্পাদক, সেই সূত্ৰেই মোৰ লগত চিনাজনা), তেওঁ কলে, "ঘৰ? এই চহৰত ইমানবোৰ ছাত্ৰ হাবাথুৰি খাই ফুৰিছে, ইয়াত নৱদম্পতিৰ কাৰণে ঘৰ? অসম্ভৱ····কি কলে? হাংগেৰীয় ভগনীয়া? আঃ, সেইটো এটা সম্পূৰ্ণ বেলেগ কথা! হাংগেৰীৰ ভগনীয়া বুলিলেই আমাৰ জাৰ্মানসকলৰ এটা বিশেষ নৈতিক দায়িত্ব আহি পৰে। আমাৰ বহুতো অতীতৰ দুৰ্ণাম···হয়, হাংগেৰীয় ছাত্ৰ-ছাত্ৰীৰ কথাটো বেলেগ, তেওঁলোকক লৈ আহিব এদিন, দেখা যাব কি কৰিব পৰা যায়·······"

হে'ৰ্ লাংবাইনৰ এই "উপকাৰী" মনোভাবৰ কথা অৱশ্যে মই য়ানচক কোৱা নাই, ক'লে এখন কাজিয়াৰ সৃষ্টি হ'ব— হাঙ্গেৰীয় সকলৰ মেজাজ বৰ শীতল নহয়।

হে'ৰ্ লাংবাইনে কলে যে তেওঁ আজি সন্ধিয়া ওলোৱা নাই, তেওঁৰ অলপ ইনফ্লুয়েঞ্জাৰ দৰে কৰিছে, প্ৰায় ৩৮ ডিগ্ৰী জ্বৰ আছে। তেওঁ কলে যে হে'ৰ্ ডাৰ্ভাচ সম্ভৱতঃ ঘৰত নাই, ওলাই যোৱা দেখিছে, কিন্তু ফ্ৰাউ ডাৰ্ভাচৰ হেনো মূৰ বিষাইছে, বোধকৰোঁ ৰুমতে আছে। য়ানচ অৱশ্যে ঘৰত নথকাৰে কথা, মই জানো, কাৰণ আজি সন্ধিয়া মান্‌ফ্ৰেডৰ



মই জেপৰ পৰা কাগজ উলিয়াই আনিলো, লগে লগে স্বয়ংক্ৰিয়ভাবে মোৰ হাতখনে কলমডাল বিচাৰি জেপলৈ গল, আৰু মই চক্‌খাই হাতখন কোঁচাই আনিলো। বাছ আহিল আৰু বাছ গল, যাত্ৰী উঠিল আৰু নামিল, মই হাত-ভগা চকীখনত কাগজৰ জাপ এটা লৈ বহি ৰলো, কোনোবা আহি ৰুমতে বহিল, মাছৰ উগ্ৰ গোন্ধটো আকৌ নাকলৈ ভাহি আহিল, মোৰ জেপত বিচাৰি বিচাৰি কাঠপেঞ্চিল এডাল পালো, মই বুজিলো যে মোৰ অন্তৰ বিদীৰ্ণ হৈ গৈছে কিন্তু মই সেই কথা ভাষাৰে প্ৰকাশ কৰিব পৰা নাই, মোৰ চেপি চেপি কান্দোন আহিব খুজিলে, আৰু অৱৰ্ণনীয় দুশ্চিন্তাই মোক আচ্ছন্ন কৰি পেলালে, এই কথা কাগজলৈ মই কিদৰে আনিম, মোৰ এই ক্ষতি মই কেনেকৈ প্ৰকাশ কৰিম, মোৰ এই ক্ষতি মই কেনেকৈ প্ৰকাশ কৰিম।

# চেমেষ্টাৰ শেষ

ছয়টা বজাত গুড়ি গুড়ি বৰফ পৰিব ধৰিলে আৰু চাৰে ছয়টা বজাত মোৰ মাণ্টেলটো বগা হৈ গ'ল। মই আনা আৰ য়ানচক বিচাৰি লুড্‌ভিগ ষ্ট্ৰাচেলৈ গলো। লুড্‌ভিগ ষ্ট্ৰাচে জনহীন গেচৰ লাইটবোৰ বৰফে ঢাকি ধৰিছে, ৰাস্তাটো আৰু গছ ডালবোৰ আৰু ঘৰৰ ৰঙা চালবোৰো বগা হৈ গৈছে। প্ৰফেচ ল্যুবাৰ ঘৰটোৰ সমুখৰ আবৰ্জনাৰ ধামাটো আৰু পাৰ্ক কৰি থোৱা মটৰ গাড়ীখনো বৰফে ছাটি ধৰিছে। বৈ বৈ বতাহৰ ঝাপ্‌টা মাৰিছে, ক্ষীণ গেচলাইটবোৰৰ চাৰিওপিনে গুড়ি গুড়ি বৰফ ঘূৰ্ণী খাইছে। মই বুজিলো মোৰ জোতাৰ তলেৰে ঠাও সোমাব ধৰিছে, ভৰিৰ তলুৱা দুখন প্ৰায় হিম হৈ গৈছে। এন্ধাৰ দুৱাৰমুখত বৈ শুনিলো ১ নম্বৰ বাচখনৰ শব্দ দূৰত মিলি গ'ল। মই ভাবিলো, এইখনতে আহিব পাৰিলোহেঁতেন, আৰু মই ঘণ্টা টিপিলো।



এটা ড্ৰেচিংগাউন পিন্ধি হে'ব্‌ লাংবাইন্‌ আহি দুৱাৰ খুলি দিলে।

"শুভ সন্ধ্যা।" "শুভ সন্ধ্যা।" "আপোনাক আমনি দিয়া বাবে দুঃখিত, মই ডাৰ্ভাচক বিচাৰিছোঁ।" "ঠিক আছে, কোনো আমনিৰ কথা নহয়। ১৭ নম্বৰ কোঠালী—।" "হয়, মই জানো; ধন্যবাদ।"—"অ, হয়োতো, আপুনি তো আহিয়েই থাকে—।"

অকল আহিয়েই থাকোঁ নহয়, এই ঘৰটোৰ ৰুম দুটা মইয়েই আনাহঁতক যোগাৰ কৰি দিছোঁ। আনা ডাৰ্ভাচ্‌ আৰু য়ানচ্‌ ডাৰ্ভাচ্‌ দুয়ো হাঙ্গেৰীয় ভগনীয়া। আজি এবছৰ আগেয়ে দুয়ো যেতিয়া হাঙ্গেৰীৰ পৰা জাৰ্মানীলৈ পলাই আহে, তেতিয়া দুয়োৰে হাতত আছিল মাথো দুটা চুটকেচ। তাৰ পাছত য়ানচে বিশ্ববিদ্যালয়ৰ হাঙ্গেৰী-পুঁজিৰ সাহায্য পাইছে, আনাইও তাইৰ পঢ়াৰ মাজে মাজে অ'ত ত'ত কাম কৰিছে, লাহে লাহে সিহঁতৰ অৱস্থা কিছু ভাল হৈছে। য়ানচ পদাৰ্থ বিজ্ঞানৰ ছাত্ৰ, আনাই ভাষাতত্ত্ব পঢ়ে। কেতিয়াবা আনাই মোক ইংৰাজী ব্যাকৰণৰ কথা সোধে (মই স্থানীয় ইস্কুল এটাত ইংৰাজী পঢ়াওঁ), মই প্ৰমাদ গণো। য়ানচে অন্যমনস্কভাৱে কিবা এবিধ বিষাক্ত চিগাৰেট খায় আৰু বক্তৃতা দিয়ে (মোক, আনাক, চহৰৰ সকলোকে) প্ৰিন্স্‌টনত থকা হাঙ্গেৰীয় গণিতজ্ঞ য়হান্‌ ফন্‌ নয়মানৰ কথা, বুডাপে'ষ্টৰ ৰাস্তাত ছাত্ৰৰ বেৰিকেড আৰু বিদেশী টেঙ্ক, আৰু কেনেকৈ তাপ কমি গলে ধাতুবোৰৰ চুম্বকত্ব বদলি যায়। স্পষ্ট বুজা যায় যে পদাৰ্থবিজ্ঞান তাৰ জীৱনৰ এটা অংশ, আৰু ইতিমধ্যেই "দ্বিতীয় পদাৰ্থ-বিজ্ঞান

ইনষ্টিটুটট"ত এটা গুজৱ ওলাইছে যে অহা চেমেষ্টাৰৰ পৰা প্ৰফেচাৰ ভাইৎচ্যেকাৰে "ডে'ন্ উংগাৰ্"ক ( অৰ্থাৎ "হাংগেৰীয়টোক" ) এজন এচিষ্টেণ্ট কৰি লোৱাৰ কথা ভাৱিছে। ঘৰৰ অভাৱত সিহঁতে বিয়া কৰাব পৰা নাছিল অতদিনে, আজি তিনিমাহ আগলৈকে। যি হওক এই ছাত্ৰ-বৰ্ডিংটোৰ 'ব্যৱস্থাপক' হে'ৰ্ লাংবাইনৰ লগত ভাগ্যক্ৰমে মোৰ চিনাজনা আছিল (হে'ৰ্ লাংবাইন্ আইনৰ ছাত্ৰ আৰু ডাবা-ক্লাবৰ সম্পাদক, সেই সূত্ৰেই মোৰ লগত চিনাজনা), তেওঁ কলে, "ঘৰ ? এই চহৰত ইমান-বোৰ ছাত্ৰ হাবাথুৰি খাই ফুৰিছে, ইয়াত নৱদম্পতিৰ কাৰণে ঘৰ ? অসম্ভৱ....কি কলে ? হাংগেৰীয় ভগনীয়া ? আঃ, সেইটো এটা সম্পূৰ্ণ বেলেগ কথা। হাংগেৰীৰ ভগনীয়া বুলিলেই আমাৰ জাৰ্মানসকলৰ এটা বিশেষ নৈতিক দায়িত্ব আহি পৰে। আমাৰ বহুতো অতীতৰ দুৰ্ণাম...হয়, হাংগেৰীয় ছাত্ৰ-ছাত্ৰীৰ কথাটো বেলেগ, তেওঁলোকক লৈ আহিব এদিন, দেখা যাব কি কৰিব পৰা যায়......"

হে'ৰ্ লাংবাইনৰ এই "উপকাৰী" মনোভাৱৰ কথা অৱশ্যে মই য়ানচক কোৱা নাই, ক'লে এখন কাজিয়াৰ সৃষ্টি হ'ব—হাঙ্গেৰীয় সকলৰ মেজাজ বৰ শীতল নহয়।

হে'ৰ্ লাংবাইনে কলে যে তেওঁ আজি সন্ধিয়া ওলোৱা নাই, তেওঁৰ অলপ ইনফ্লুয়েঞ্জাৰ দৰে কৰিছে, প্ৰায় ৩৮ ডিগ্ৰী জ্বৰ আছে। তেওঁ কলে যে হে'ৰ্ ডাৰ্ভাচ সম্ভৱতঃ ঘৰত নাই, ওলাই যোৱা দেখিছে, কিন্তু ফ্ৰাউ ডাৰ্ভাচৰ হেনো মূৰ বিষাইছে, বোধকৰোঁ ৰুমতে আছে। য়ানচ অৱশ্যে ঘৰত নথকাৰে কথা, মই জানো, কাৰণ আজি সন্ধিয়া মান্‌ফ্ৰেডৰ



জন্মদিনৰ পাৰ্টি আছে, বাট্‌হাউচৰ বে'চ্‌মেণ্টৰ ৰেষ্টুৰেণ্টখনত ( অৰ্থাৎ "বাট্‌চ্-কে'লাৰ"ত )। মোৰ হে যোৱা নহ'ল।

এন্ধাৰ হলঘৰটোৰে আগুৱাই গলো। বেছিভাগ দুৱাৰেই বন্ধ, বেছিভাগ দুৱাৰৰ তলেৰে কোনো পোহৰৰ ৰেখাও ওলোৱা নাই। মই মনত পেলালো যে আজি শনিবাৰ আৰু শনিবাৰে "মে'নজা"ত (ছাত্ৰ-কেন্টিনত ) নাচ হয়। ডক্টৰ হাইডুৰ বন্ধ দুৱাৰখন পাৰ হলো। ডক্টৰ হাইডুও এজন হাঙ্গেৰীয় ভগনীয়া, কঙ্কালসাৰ দেহ, চশমা, বুদ্ধিজীৱি-টাইপ ছাপদাড়ি, কথাই কথাই তেওঁৰ টিকিচ্‌কৈ খং উঠে। ডক্টৰ হাইডু গোটেই জাৰ্মান জাতিৰ ওপৰত বিৰক্ত হৈ আছে। লগত ভনীয়েক আনিতা থাকে। ফ্ৰলাইন্ আনিতা হাইডু কিন্তু বেছ শকত-আৱত, দেখিলে বিশ্বাস নহয় যে তাই ভায়লিন বজায় ( হাঙ্গেৰীয় জিপচি বাজনাও নহয়, মৎচাৰ্ট্ আৰু ব্ৰাঃম্‌চ্ )। তেওঁৰ ঘৈণীয়েক এখন বেলেগ চহৰত আছিল, একেলগে পলাই আহিব নোৱাৰিলে ( বেলেগ এদল ভগনীয়াৰ লগত অহাৰ কথা আছিল, কিন্তু সেই দলটো সীমান্তত ধৰা পৰে আৰু বুড়াপেষ্টলৈ উভতি যাব লগীয়া হয় )। ডক্টৰ হাইডুয়ে ইয়াত কিবাকৈ হাঙ্গেৰীয় চেমিনাৰত কামত সোমাইছে, আনিতাকো পঢ়িবলৈ নাম লগাই দিছে। আজৰি সময়ত কেইজনমান স্বদেশী-ভাইৰ সহায়ত অকস্মাৎ অকস্মাৎ এখন প্ৰবাসী-হাঙ্গেৰীয় কাগজ চাইক্লষ্টাইল কৰি উলিয়ায়, আৰু ভাবি মৰে কেনেকৈ হাঙ্গেৰীখন পুনৰ স্বাধীন কৰিব ( আৰু কেনেকৈ ঘৈণীয়েকক হাঙ্গেৰীৰ পৰা কৰ্তৃপক্ষৰ চকুত ধুলি দি বাহিৰ কৰি আনিব। ) ডক্টৰ হাইডু আৰু আনিতা এই

দুৰ্যোগৰ মাজত কলৈ গৈছে ? হয়তো কলৈকো যোৱা নাই, হয়তো হাঙ্গেৰীয় আটাইকেইজন য়ানচৰ কোঠাত লগলাগি কলৰব কৰিছে বা হাঙ্গেৰীয় "গুলাঃচ্" ৰান্ধিছে, কোঠাটোৰ নাভুত-নাশ্রুত মচলাৰ গোন্ধ বাহিৰ হৈছে। এই গোলমালৰ মাজত বেখাপ্পা ভাবে—একো অসম্ভৱ নহয়—ৰোমান্টিক প্ৰকৃতিৰ কোনোবাই উচ্চৈঃস্বৰে আলেক্‌জাণ্ডাৰ পেট্যফিৰ কবিতা এটাৰ জাৰ্মান ভাঙনি পঢ়িছে—

কেতিয়াও, কেতিয়াও, যেন তাই নাজানে

কেনেকৈ তাই, আঃ, কেনেকৈ তাই মোৰ হৃদয় ভাঙিলে আৰু অইন কোনোবাই আপত্তি কৰিছে—ভাঙিলে zerrissen ? নহয়, zerrissen মানে চিঙি যোৱা, টুকুৰা টুকুৰা হৈ যোৱা……। মই জানো য়ানচ ঘৰত নাই, তথাপি মোৰ মনলৈ ছবি ভাঁহি আহিল, আনাৰ ৰেকৰ্ডপ্লেয়াৰটো বাজিছে, বে'নী গুড্‌মেনৰ ক্লাৰিনেটৰ দীঘল, উত্তপ্ত টান, য়ানচে ভৰিৰে তাল দিছে ( নিৰ্লিপ্তভাবে আনাই ভূৰ্ট্ , আৰু গাথীৰৰ হিচাপ লিখিছে বধিৰৰ দৰে ), কোনোবাই উল্লেখ কৰি পেলালে বে'নী নয়মানৰ নাম, উত্তেজিত হৈ য়ানচে ৰেকৰ্ড বন্ধ কৰি দিলে মুহূৰ্ত্ততে। মই অনুমান কৰিব পাৰিলো, নিৰ্বিকাৰভাবে ল'ৰা ছোৱালী সকলোবে মাজত শোৱাপায়জামা আৰু গেঞ্জিটো পিন্ধি ( যিটো কাণ্ড দেখিলে জাৰ্মান ল'ৰা মূৰ্চ্ছা যাব ) ডক্টৰ হাইডু বহি গৈছে, আলুৰ বাকলি বা মটৰ-গুটিৰ বাকলি এৰাইছে মাজে মাজে আনিতাৰ চুলিত মেকুৰীক মৰম কৰাৰ দৰে হাত ফুৰাইছে, আৰু কৈছে যে জাৰ্মানসকল বৰ্বৰ হৈ থকাৰ এটা প্ৰধান কাৰণ এয়ে যে সিহঁতে মুখৰোচক ভাবে খাব নাজানে……



ফ্ৰলাইন্ ফন্ ডীৎচে'ৰ কোঠাটো পাৰ হলো ( এজনী জাৰ্মান সাহিত্যৰ ছাত্ৰী ), তাইৰ চাইকেলখন বাহিৰতে বেৰত আউজাই থোৱা আছে, বোধকৰো ক'ৰবালৈ যাব ওলাইছিল বৰফ পৰাৰ আগে আগে ( ফ্ৰলাইন্ ফন্ ডীৎচে'ই ক'ব পাৰিব, মই ভাবিলো, কি কি অৰ্থত zerrissen শব্দটো কবিতাত ব্যৱহাৰ কৰিব পাৰি ! পেট্যফি' তৰুণ হাঙ্গেৰীয় কবি—২৪ বছৰ বয়সতে হাঙ্গেৰীয় স্বাধীনতাৰ যুদ্ধত যাৰ মৃত্যু হৈছে—পেট্যফিৰ কবিতা তাই হয়তো ভাল পাব ? )…তাৰ পাছৰ দুৱাৰ বোৰত কেইবাটাও অপৰিচিত জাৰ্মান ল'ৰাৰ নাম, গণিতৰ এজন ভাৰতীয় বিচাহু ছাত্ৰ, তাৰ পাছত লিয়' কু'ন্, সমাজনীতি পঢ়ে। সিও এটা হাঙ্গেৰীয় ভগনীয়া, সিও কোঠাত নাই। হঠাৎ সি এজনী জাৰ্মান সহপাঠিনীৰ লগত ঘূৰিব আৰম্ভ কৰি দিছে কিছুদিনৰ পৰা, ব্যাপাৰটো জমিছে মাত্ৰ, সিহঁত নিশ্চয় "মেন্‌জা'ৰ ছাত্ৰ-ছাত্ৰীৰ ভীৰলৈ যোৱা নাই, হয়তো চহৰৰ উপকণ্ঠত কোনো নিৰ্জন 'ক্লাইপে' এটাত বহি আছে, বা চিনেমাৰ উষ্ণ এন্ধাৰত।

গ্যুণ্টাৰ্ গ্যেৰ্‌লাখ্‌ৰ কোঠাত পোহৰ আছে ( অস্বচ্ছল অৱস্থাৰ জাৰ্মান ছাত্ৰ ) আৰু ভিতৰৰ পৰা টাইপৰাইটাৰৰ খট্‌খট্ শব্দ আহিছে ; চেমেষ্টাৰ শেষ হ'বৰ হ'ল, তেওঁৰ ডিচাৰ্টেচনখন জমা দিবৰ সময় আহিছে, বোধকৰোঁ তাকেই টাইপ কৰিছে, গুৰু-গম্ভীৰ নাম : "যুদ্ধোত্তৰ বাণ্টিক শক্তিসমূহৰ পৰিপ্ৰেক্ষিত জাৰ্মান গণতন্ত্ৰ"। মই হাঁহিলো, মোৰ মনত পৰিল, নাক কোঁচাই হাত জোকাৰি পৰম পৰিতৃপ্তিৰে ডক্টৰ হাইডুয়ে কৈছে, "বিশ্বাস নকৰিব, যুদ্ধৰ পাছত যোৱা দহবছৰে জাৰ্মানসকলে এটা নতুন শব্দ শিকিছে, সৰু ল'ৰাই নতুন পুতলা এটা পোৱাৰ দৰে

সেইটোকে লৈ লম্ফ-জম্ফ লগাই দিছে—'গণতন্ত্ৰ', 'ডেমক্ৰাটী'…"

ইষ্ট্ভানৰ কোঠাটো পাৰ হলো—আৰু এটা হাঙ্গেৰীয় তাৰ কোঠাত কিন্তু পোহৰ আছে ( ৰতৰ বেয়া সঁচা, কিন্তু ৰতৰৰ লগত তাৰ সম্বন্ধ কি ? ) দুৱাৰত টুকুৰিয়াৰৰ মন গ'ল, এনেতে মনত পৰিল যে তাক মই ইংৰাজী শিকাইছিলো, তাৰ পইচা মোক এতিয়াও দিয়া নাই। এতিয়া তাৰ কমত সোমালে কোনে জানে সি কি ভাবিব। আগুৱাই গ'লো। জেপত হাত দিলো বস্তুটো আছে। এটা কফি-মেশ্বিনৰ ৰিং। আনাহঁতৰ ইটালীয়া এস্প্ৰেচ'-কফিৰ যন্ত্ৰটোৰ ইস্পাতৰ ৰিং এটা ভাঙি গৈছিল, এ সৰু বিশ্ববিদ্যালয়-চহৰখনত সেইটো পোৱা নাযায়, আমাৰে এস্প্ৰেচ' খোৱা বন্ধ হৈ গৈছিল। মই হাম্বুৰ্গলৈ যাওঁতে সিহঁতে ভঙা ৰিংটো লগতে দি পঠিয়াইছিল, নতুন ৰিং এটা আজি হাম্বুৰ্গ পৰা লৈ আহিছোঁ, এই ৰতাহ-বৰফৰ মাজেৰে লুড্ভিগ্ ষ্ট্ৰাচে—২৭লৈ অহাৰ এটা ভাল উপলক্ষ্য।

১৭ নম্বৰ কোঠাত টুকুৰিয়ালো। ভিতৰৰ পৰা আনাৰ কণ্ঠ ক'লে, "সোমাই আহক"। দুৱাৰখন খুলিলো। এটা ব্লু-জী পিন্ধি আনা কাউচখনত দীঘল দি হাইন্ৰিখ্ ফন্ ক্লাইষ্টৰ চুটিগ পঢ়ি আছিল, মুখখন সেমেকা পৰিছে, কাষৰ সৰু টেবুলখনত কেইটামান মূৰৰ বিষৰ টেবলেট আৰু আধা গিলাচ পানী 'কিয়ান্টি' মদৰ বটলৰ পৰা কৰা টেব্ল-লাইটটো জলিছে, টাইপ ৰাইটাৰটোত য়ানচৰ ডিচাৰ্টেচনখনৰ এটা পৃষ্ঠাৰ আধালৈকে টাইপ কৰা কাগজ এখিলা এতিয়াও লগোৱা আছে। য়ানচ হাতৰ আখৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ আৰু জঘন্য, এটা পেৰাগ্ৰাফ পঢ়িলে মোৰেই চকু বিষাব ধৰে, আনাই তাকে বোধহয় কালি ব



ৰাতিলৈকে টাইপ কৰিছে, আশ্চৰ্য্য কি যে তাইৰ মূৰ বিষাইছে!

আনা উঠি আহিল। তাইৰ মুখখন মাকৰ ফটোৰ মুখখনৰ দৰে ( ফটোত অৱশ্যে মাকৰ মূৰত এখন কাপোৰ বন্ধা আছে ), কিন্তু এই মুহূৰ্ত্তত বৰ শেঁতা পৰিছে। ( ফটোখন তাই সকলোকে দেখুৱায় আৰু কয়, "মই নিজেতো দেখিবলৈ একো নহওঁৱেই, মাৰ ফটোখন দেখুৱাইয়েই মই অলপ গৰ্ব্ব কৰি লওঁ।" মোৰ বিশ্বাস, মাকেও জীয়েকৰ ফটো এখন দেখুৱাই একে কথাকে কয় )। চুলিত কেইটামান কাঠৰ পিন মাৰি থৈছে, বোধকৰোঁ চুলি বান্ধিছে, গ্ৰীণৰুমত প্ৰস্তুত হ'ব ধৰা এজনী অভিনেত্ৰী যেন দেখা গৈছে।

"অ,' আপুনি আহিছে।" আনাৰ মুখ উদ্ভাসিত হ'ল, তাৰ পাছত লগে লগেই আকৌ সেমেকা পৰিল। "এঃ, আপোনাৰ মাণ্টেলটো একেবাৰে বগা পৰি গৈছে—আপোনাৰ মূৰটোও।"

মই মুখটিপি হাঁহিলো।

"হাম্বুৰ্গৰ পৰা কেতিয়া আহিল ? চাওঁ, মাণ্টেলটো খোলক—"

"আজি তুষপৰীয়া আহিলো," মই কলো আৰু মাণ্টেলটো খুলি এবাৰ দুৱাৰৰ বাহিৰত জোকাৰিলো, আনাই হলঘৰৰ হুক এটাত মাণ্টেলটো ওলোমাই দিলে। মোৰ চুলিবোৰৰ মাজেৰে আঙুলি চলাই আৰু কিছু বৰফ জোকাৰি পেলালো, হলঘৰৰ কাৰ্পেট নোহোৱা মজিয়াত বগা বৰফৰ গুড়িবোৰ গলি যাব ধৰিলে।

"এইপিনে—"

দুৱাৰৰ বাহিৰৰ মেট্‌খনত জোতাযোৰ ঘৰ্ষণৰ অহাৰতো... 

দুৱাৰৰ বাহিৰৰ মেট্‌খনত জোতাযোৰ ঘুৰাবমান ঘঁহি ভিতৰলৈ আহিলো, আকৌ এবাৰ হাঁহিলো, আৰু তেলৰ ষ্টভটোৰ কাষত কাউচখনত বহি লৈ হাতমোজাযোৰ খুলি হাত সেকিব আৰম্ভ কৰি দিলো। কাউচখন লুটিয়াই মেলি দিলে ৰাতিৰ কাৰণে এখন বিচনা হয়। ইমান সময়ে বুজিলো মোৰ হাতৰ আঙুলিবোৰ ঠাণ্ডাত অসাড় হৈ গৈছে। তেলৰ ষ্টভটো পুৰণি, বেয়া হৈছে, উত্তাপতকৈ ধোঁৱা ওলাইছে বেছি, কিন্তু বোধহয় বন্ধ কোঠাটোত বহুসময়ৰ পৰা জ্বলিছে, বেছ এটা আমেজৰ সৃষ্টি হৈছে। কোঠাটোৰ দুয়োখণ্ডতে আমেজৰ সৃষ্টি হৈছে। কোঠাটোৰ মাজভাগত কোনো সীমাৰেখা টনা নাই, কিন্তু সকলোৱে জানে কোঠাটোৰ দুটা খণ্ড, সোঁহাত আনাৰ, বাওঁহাত য়ানচৰ। য়ানচৰ খণ্ডৰ দেৱালত কাণ্ডিন্‌স্কিৰ জ্যামিতীয় ডিজাইন (কাণ্ডিন্‌স্কি আনাই বুজি নাপায়), আনাৰ খণ্ডৰ দেৱালত পিকাচ'ৰ "হাৰ্লেকিন্ পৰিয়াল" (য়ানচে পিকাচ' বুজি নাপায়)। আনাৰ ফুলদানীত টিউলিপ, য়ানচৰ ফুলদানীটো ছাইদানীত পৰিণত হৈছে।

"আপোনাৰ মূৰ বিষাইছে ?"

"এতিয়া ভাল পাইছোঁ। কেইবাটাও বড়ি খালো। এই দুৰ্যোগৰ মাজেৰে নো কি বুলি ওলালহি ?"

"কৰিবলগীয়া একো নাছিল," মই কলো, এটা চিগাৰেট জ্বলালো, আৰু হাঁহিলো।

আনাইও হাঁহিলে। আনাই নিশ্চয় বুজিলে, সৰু বিশ্ব-বিদ্যালয়-চহৰখনৰ চাৰিওটা চিনেমাঘৰৰ চাৰিওখন ছবি মই কেতিয়াবাই চাই শেষ কৰিছোঁ, আৰু 'ক্লাইপে' বোৰত বন্ধ দুৱাৰৰ



ভিতৰত চিমনিবোৰত বঙা বঙা কয়লা জ্বলিছে, সঁচা, কিন্তু 'ক্লাইপে'বোৰ মোৰ পৰিচিত মুখেৰে ভৰি পৰিছে, ৰাস্তাৰ দুৰ্যোগৰ পৰা সকলোৱে তাতেই সোমাই পৰিছে।

"বাচেৰেইনো নাহিল কেলেই ?"

হাঁহিলো। আনাইও হাঁহিলে। বাচত বহুত মানুহ।

"যাক, আপুনি আহিছে, ভালেই হৈছে, গল্প কৰা যাব।"

অৰ্থাৎ আনাই ক'ব, মই শুনিম।

"আপোনাক দিবলৈ যে আজি একোৱেই নাই। হে'ৰ্ স্পে'খটে কালি এবটল 'মজে'ল্‌ভাইন্' লৈ আহিছিল, বৰ সোৱাদ। কিন্তু য়ানচ্ আৰু ডক্টৰ হাইডুৱে মিলি—"

আনাই খিড়িকীৰ কানিচৰ ওপৰৰ শূন্য মজে'ল্‌ৱাইনৰ বটল এটাৰ পিনে ইঙ্গিত কৰিলে আৰু হাঁহিলে।

"চাহকে খাব ?"

"হ'ব বাৰু, আস্তে আস্তে।"

"কওক, হাম্বুৰ্গত কি কৰিলে ?"

হাঁহিলো, আৰু কলো যে খুব ঘুৰিলো। ডাঙৰ চহৰ, ব্যস্ত চহৰ, মই কলো, আমাৰ এই সৰু বিশ্ববিদ্যালয়-চহৰখনৰ লগত বহু অমিল। গ্যেন্‌জেমাৰ্কট্ থিয়াটাৰত "আনে ফ্ৰাঙ্ক্‌ৰ ডায়েৰী" চলিছে, এ'ল্‌বে নদীত নৌকাবিলাস, ৰীপাৰ্‌বাঃন্......পুনৰ হাঁহিলো। অৰ্থাৎ একো নকলো। কাক লগ পালো-নাপালো, হাম্বুৰ্গত মোৰ কামটো হ'ব নে নহয়, উল্লেখেই নকৰিলো। আনাইও হাঁহিলে।

"মানফ্ৰেডৰ পাৰ্টিলৈ নগ'ল কিয় ?"

"পাহৰিলো—মানে, ঠিক পাহৰা নাই, কিন্তু হাম্বুৰ্গৰ পৰা

আহি পাইছোঁ মাত্ৰ, এই হুলস্থুলৰ মাজলৈ যাবলৈ বৰ ইচ্ছা নগল। ধৰি লওক, ধৰি লওক—"

"ধৰি লওক, পাহৰিলো", আনাই কলে, আৰু হাঁহিলে। আনাই হাইন্‌ৰিখ্ ফন্ ক্লাইষ্টৰ কিতাপখন দেখুৱালে, জাৰ্মান গল্পত ক্লাইষ্টৰ প্ৰভাৱৰ কথা কলে, এটা পাত পঢ়ি শুনালে, মোৰ মুখলৈ চালে।

মই কলো, "আপোনাৰ বস্তুটো পাইছোঁ", আৰু কফি-যন্ত্ৰৰ বিংটো উলিয়ালো।

আনাই ইমান সময় এইটোৰ অপেক্ষা কৰিছিল, মুখখন উদ্ভাসিত হ'ল, তাৰ পাছত আকৌ সেমেকা পৰি গ'ল।

"ইঃ আপুনিনো বাৰু এইটো দিবলৈকে এনেকৈ বৰফ বৰষুণৰ মাজেৰে—"

মই হাঁহিলো আৰু বাধা দি কলো, "অহাকালিলৈ আৰু ধৈৰ্য্য ধৰি থাকিব নোৱাৰিলো। আজি এস্প্ৰেচ' কফিৰ বতৰ আজিৰ এই বতৰত চহৰৰ ক্লাইপে' বোৰৰ ভীৰৰ কথাতে জানেই। গতিকে বতাহ-বৰষুণ নেওচি চহৰৰ সৰ্ব্বশ্ৰেষ্ঠ এস্প্ৰেচ কফিৰ ঠাইলৈকে আহিলো: লুড্‌ভিগ্‌ষ্ট্ৰাচে ২৭, কোঠালি ১৭—"

"ধন্যবাদ," অনাই কলে আৰু হাঁহিলে, "কিন্তু এই বিংটো বা এতিয়া খায় নে নাখায়, আহকচোন চাও—"

মাজৰ দুৱাৰখন ঠেলি পাকঘৰলৈ গলো, আৰু বিংটো খুৱাবৰ চেষ্টা কৰিলো। নোৱাৰিলো। হাঁহিলো। আনাই পুতৌৰ হাঁহি হাঁহিলে আৰু কলে, "এৰক। ইয়াৰ এটা বেলেগ কিটিপ আছে—য়ানচে হে খুৱাব পাৰিব। মই নিজে কাহানিও নোৱাৰো। ডক্টৰ হাইডুয়েও কিটিপটো নাজানে।"



"গতিকে এস্প্ৰে'চ'ৰ কোনো আশা নাই?", মই কৰুণকণ্ঠে সুধিলো।

"গতিকে এস্প্ৰে'চ'ৰ কোনো আশা নাই," মোৰ অনুকৰণ কৰি আনাইও কৰুণকণ্ঠে কলে, "য়ানচ্‌ হঁত নহালৈকে। চাহ?"

"চাহ", মই হতাশ ভাবে কলো।

গেচৰ বিংটোত পানীৰ কেটলিটো উতলিব ধৰিলে। পুনৰ আহি কাউচখনত বহিলো।

"এতিয়া গৰম পাইছেনে অলপ?"

"হয়, বেছ গৰম হৈছে", মই কলো, "আপুনি হে বৰং অলপ ভালকৈ উম লওক।" হীটটো আনাৰ কাষলৈ অলপ ঠেলি দিলো, কৰবাত কিবা এটা খহি গৈ ধোঁৱা বেছিকৈ ওলাব ধৰিলে।

আনাই হাঁহিলে আৰু কলে, "ৰেকৰ্ড শুনিব? এখন নতুন মৎচাৰ্ট, আছে—"

মই ৰেকৰ্ডপ্লেয়াৰটোলৈ চালো, আৰু 'ৰেকৰ্ডবোৰলৈ। বেছিভাগ মৎচাৰ্ট, বে'থফে'ন্ আৰু ভৰ্জাক্, কেইখনমান হাঙ্গেৰীয় লোকসঙ্গীত, আৰু অইন এটা স্তূপ বেলেগে থোৱা—সেইয়া য়ানচৰ বে'নি গুড্‌মেনৰ ক্লাৰিনেট্ আৰু ডিক্সিলেণ্ড্ জাজৰ ৰেকৰ্ড (নিতান্তই য়ানচৰ: সেইকেইখন বজালে আনাৰ পাকঘৰত কাম ওলায়)। হাঁহিলো। আনাই বুজিলে।

"বাৰু নালাগে," আনাই কলে, "বতৰটোও আজি কিবা বৰ চেপি ধৰা ধৰণৰ, অলস অলস, একো কৰিবৰ মন নাযায়, একো শুনিবৰ মন নাযায়।"

আনাই খিৰিকীৰ পৰ্দাখন কোঁচাই এবাৰ চালে, আৰু

কলে, "ইস, বাহিৰত সাংঘাতিক বৰফ পৰিছে। খিৰিকীৰ কাঁচ কেইখনতো বৰফ একেবাৰে শিল যেন হৈ গোট বান্ধিছে। কি বতৰ! শ্চিলিখ্!"

"শ্বয়চ্‌লিখ্," মই শুধৰাই দিলো।

আনাই হাঁহিলে আৰু কলে, "শ্বয়চ্‌লিখ্! আপুনি আজি ৰাতি বাৰু যাব কেনেকৈ? শেষ বাচখন চাবে ন'টাত নহয় জানো?"

"য়ানচ্‌ আহক," মই নিৰ্বিকাৰভাবে কলো, "কিবা এটা ব্যৱস্থা হ'ব। সম্প্ৰতি ইয়াতে ভাল লাগিছে।" ভৰি দুখন মেলি দি আৰামকৈ বহিলো।

আনাই হাঁহিব খুজিলে, তাৰ পাছত হঠাৎ গম্ভীৰ হৈ গ'ল, কলে, "এটা কথা মন কৰিছেনে? ঘৰটো আজি সপ্তাহ-শেষতো কেনেকুৱা সাৰি শব্দ নোহোৱা, কিমান নিস্তব্ধ, যেন এটা এবাঘৰ—"

"অ, আটাইখন বোধকৰোঁ 'মে'ন্‌জালৈ গৈছে!"

"নাই, বহুতো ছাত্ৰ-ছাত্ৰী ভিতৰতে আছে। হাঙ্গেৰীয়বোৰ অৱশ্যে বেছিভাগেই ওলাই গৈছে, কিন্তু জাৰ্মান ল'ৰা-ছোৱালী-বোৰ প্ৰায়বোৰেই ঘৰতে আছে—চেমেষ্টাৰ শেষ হ'বৰ হ'ল, পৰীক্ষাও আহিছে নহয় দুই এদিনতে। ডেকা ছাত্ৰ-ছাত্ৰীৰে ভৰি থকা ঘৰ এটা ইমান মৰাৰ দৰে যে হ'ব পাৰে, এইটো কিন্তু জাৰ্মানীতহে দেখিলো। এই ব'ৰ্ডিংটো হাঙ্গেৰীত হোৱা-হেঁতেন কিন্তু গমগমাই থাকিলহেঁতেন—আপোনালোকৰ দেশত বাৰু কেনেকুৱা?

"অ, আমাৰ দেশতো ল'ৰাবোৰ বৰ হুলস্থূলীয়া," মই কলো। মোৰ কবৰ ইচ্ছা হ'ল যে মান্‌ফ্ৰেড এজন জাৰ্মান ল'ৰা আৰু ইষ্টভান্ (যাৰ কমত লাইট জ্বলিছে) এজন হাঙ্গেৰীয়, কিন্তু একো নকলো।



"জাৰ্মানবোৰ ইমান এয়ান্‌ষ্ট্, ইমান 'চিৰিয়াচ্'," মুখখন অলপ ওফোন্দাই আনাই কলে, "ভাল নালাগে," তাৰ পিচতে হাঁহিলে। বাহিৰত হলঘৰত টেলিফোনটো বাজিব ধৰিলে। "য়ানচ্ হ'ব পাৰে।"

"মই চাইছোঁ—"

"চাব, হলঘৰত লাইট নাই কিন্তু, সাৱধানে যাব।"

এন্ধাৰ হলঘৰটোলৈ ওলাই আহিলো। বাহিৰৰ বতাহৰ সোঁ সোঁ শব্দ হলঘৰলৈকে শুনা গৈছে। কাৰ্পেট নোহোৱা হলঘৰটো সাংঘাতিক ঠাণ্ডা হৈ গৈছে, ঠাণ্ডা আৰু নিস্তব্ধ, মাথো গুণ্টাৰ্ গ্যেব্‌লাখৰ কোঠাৰ পৰা টাইপৰাইটাৰৰ খট্ খট্ শব্দ আহিছে। টেলিফোনটো কোনখিনিত আছে জানো, এন্ধাৰতে তুলিলো। এটা অস্পষ্ট কলৰৱ আৰু গিলাচৰ টুংটাং শব্দ সিমূৰৰ পৰা টেলিফোনৰ মুখেৰে ভাঁহি আহিল, আৰু জাজ্‌বেণ্ড্ এটাই "পাৰ্টি চিয়া" বজাইছে। য়ানচে ৰাট্‌হাউচ্ কে'লাৰৰ পৰা ফোন কৰিছে। সি নিভুল জাৰ্মান কয়, মোৰ লগত তাৰ "ডু" অৰ্থাৎ "তুমি" চলে। "অ', তুমি হাম্বুৰ্গৰ পৰা আহিলাই?" সি কলে, "পাৰ্টিলৈ নাহিলা কিয়?" "সেইবোৰ বহুত কথা, পাছত কম," মই কলো, "পাৰ্টি—।" "ডুম্‌কপ্‌ফ্ (মূৰ্খ!)! কিহৰ বহুত কথা?" "পাৰ্টি কেনে চলিছে?" মই কলো। "প্ৰিমা (উত্তম!)! হে'ৰ্ স্মিছেকে মিখনহে কৰিব লাগিছে—জাৰ্মানেও যে দিল খুলি কথা ক'ব

পাবে আজিহে গম পালো।" "মানফ্রেডক মোৰ জন্মদিনৰ শুভইচ্ছা জনাবা," মই কলো। "জনাম। আনাৰ মূৰৰ বিষ কেনে পাইছে?" "এতিয়া ভাল পাইছে। মাতি দিম?" "নাই, নাই, মাতিব নালাগে, মোৰ এতিয়া সময় নাই", য়ানচে লবালবিকৈ কলে, "তুমি আনাৰ লগত আছা যেতিয়া মই আৰু নিৰ্দ্দেশ দিয়াৰ দৰ্কাৰ নাই। কৰা, আমাৰ আৰু আধাঘণ্টামানৰ পাছত পাৰ্টি শেষ হ'ব। তুমি গুচি নাযাবা, আমি ঘৰলৈ যাবলৈ এখন গাড়ীৰ ব্যৱস্থা কৰিব ধৰিছোঁ, তাৰে তোমাকো থ'ব পাৰিম।" "গাড়ী পোৱা যাব? কাৰ গাড়ী?" "কাৰোবাৰ গাড়ী। কোনে পৰোৱা কৰে কাৰ গাড়ী। বাহিৰ নোলাবা। যাব ধৰিছোঁ। আউফ্, "ভিদাৰ্জে'হ্‌ন্!" "ভিদাৰজে'হ্‌ন্" মই কলো আৰু ফোনটো নমাই থলো।

পুনৰ গৰম কোঠাটোলৈ আহিলো। আনাই চাহ বাকি ধৰিছে। এটা চিগাৰেট জ্বলালো আৰু কলো, য়ানছেই হ পাৰ্টিৰ মাজতো তাৰ চিন্তা হৈছে এয়ে যে কাৰোবাৰ মূৰ বিষ হৈছে, মানুহটো আছে বাট্‌চ্‌কে'লাৰত, মনটো আদে লুড্‌ভিগষ্ট্ৰাচেত। আনাই হাঁহিলে, আৰু কলে, "আপোনাৰো জানো মানুহটো জাৰ্মানীত, মনটো নিজৰ দেশত, নিজৰ দেশৰ কাৰোবাত নহয়?"

হাঁহিলো। আনাই কেইমুহূৰ্ত্তমান মোৰ পিনে চাই ৰ'ল, কিন্তু মই একো নকৈ পুনৰ হাঁহিলো। আনাই চেষ্টা এৰি দিলে।

"গাখীৰ নে নেমুটেঙা?"

"যি কোনো এটা। আপুনি কিন্তু গাখীৰহে ল'ব।"

আনাই মোৰ চাহ খিনিৰ ওপৰত এটা নেমুটেঙাৰ ৰস



চেপি দিলে। কৰবাৰ পৰা বিচাৰি ছুটুকুৰামান হাঙ্গেৰীয় ভুট্টে। টলিয়ালে, কলে যে বোধকৰোঁ অলপ শুকান হৈ গৈছে, কিন্তু তাকেই এনেকৈ সজাই দিলে যে ধাৰণা হ'ল বাট্‌চ্‌কে'লাৰৰ পাৰ্টিটো হেৰুৱাই মোৰ বিশেষ লোকচান হোৱা নাই, হঠাৎ মোৰ ধাৰণা হ'ল মোৰ খাবৰ ইচ্ছা গৈছে, আৰু এই হাঙ্গেৰীয় ছুট্ আৰু চিট্ৰন্-চাহ মোৰ লোভনীয় যেন লাগিছে (অৱশ্যে চাহত অলপ ৰাম্ দিব পৰা হলে উৎকৃষ্ট হ'লহেঁতেন, কিন্তু এই ঘৰত সাধাৰণতে ৰাম্ নাথাকে)

আনাই আৰু এবাৰ খিৰিকীৰ পৰ্দাখন কোঁচাই বাহিৰলৈ চালে, কলে, "কি ৰতৰ! বৰফ, বৰফ, বৰফ, মন একেবাৰে কিৰা কৰি দিয়ে। যাক, চেমেষ্টাৰটো শেষ হলে ৰক্ষা পৰোঁ।"

"বন্ধত কৰবালৈ যোৱাৰ ঠিক কৰিছে?"

"ইটালিলৈ। ফ্লৰেন্স।"

অৱশ্যেই। মোৰ মনত পৰিল, ফ্লৰেন্সত আনাৰ বায়েকৰ বিয়া হৈছে, হাঙ্গেৰীৰ পৰা পলাই আহোতে আনাইঁত ফ্ল'ৰেন্স হৈ আহিছে।

"ইটালিলৈ গৈছে?"

"নাই যোৱা। ইচ্ছা আছে খুব।"

"আমাৰ লগতে নাহে কেলেই? ইটালি আপুনি ভাল পাব। ধুনীয়া ৰদে-ভৰা দেশ। মানুহবোৰো একেবাৰে বেলেগ ধৰণৰ, ইমান খোলা, ইমান বন্ধুত্বপূৰ্ণ, ইমান স্ফুৰ্ত্তিবান। কথাই কথাই এনেকৈ প্ৰাণ খুলি হাঁহে, ৰগৰ কৰে, গান গায়। জাৰ্মানবোৰৰ দৰে গম্ভীৰ মুখ কৰি গুম্ হৈ বহি নাথাকে

……আমি অৱশ্যে ট্ৰেইনেৰে যাব নোৱাৰোঁ—এই চেমেষ্টাৰ বৰ বেছি পইচা জমাব নোৱাৰিলো", আনাই হাঁহিলে, মই বুজিলো আনাই নতুন গৃহপত্তনৰ খৰচৰ কথা কৈছে, "গলে 'আন্হাণ্টাৰ' কৰিহে যাব লাগিব"।

(অৰ্থাৎ হিচ্ছ্হাইকিং কৰি যাব লাগিব।)

"মোৰ বাইদেউ আৰু ভিনীদেউৰ লগত ফ্লৰে'ন্সৰ আশেপাশে ইমান ঘূৰিছিলো, মনত পৰিলেই ভাল লাগে, আকৌ যাবৰ ইচ্ছা যায়। য়ানচৰো এটা ছুটিৰ দৰ্কাৰ হৈ পৰিছে, বৰ খাটনি গৈছে য়ানচৰ এই চেমেষ্টাৰ্। যাব আমাৰ লগত ?"

"দেখা যাওক", মই কলো আৰু হাঁহিলো, আৰু কথা ঘূৰাবৰ চেষ্টা কৰিলো, "ডক্টৰ হাইডুহঁত কলৈ যাব ?"

"ডক্টৰ হাইডু টিৰললৈ যাব খোজে, কিন্তু আনিতাৰ টিৰললৈ যোৱাৰ ইচ্ছা নাই। অৱশ্যে শেষপৰ্য্যন্ত ভনীয়েক যলৈ যাব খোজে তালৈকে যোৱা হবগৈ"

"তেওঁৰ কিজানি হাঙ্গেৰীলৈহে যাবৰ মন যাব", মই কলো আৰু ডক্টৰ হাইডুৰ ঘৈণীয়েকৰ কথা ভাবিলো। লিয়' কু'ন্ কলৈ যাব নুসুধিলো, সি তাৰ বান্ধবীৰ লগত ব্যস্ত আছে, তাৰ গতিবিধি নিৰ্ণয় কৰা এতিয়া সম্ভৱ নহয়।

"অ", আনাই কলে, হাঁহিবৰ উপক্ৰম কৰিলে, তাৰ পাছত হঠাৎ গম্ভীৰ হৈ গ'ল, সুধিলে, "আপোনাৰো বাৰু বেয়া নালাগেনে, যেতিয়া দেখে বন্ধত জাৰ্মান ল'ৰাবোৰ বেগটোত কিতাপ-কাপোৰ গুজি ,লে ঘৰলৈ বুলি বেলত উঠি বহিছে ?"

হাঁহিলো। আনাই আকৌ কেইমুহূৰ্ত্তমান মোৰ মুখৰ পিনে চালে, তাৰ পাছত চেষ্টা এৰি দিলে। হাঁহিলে, মোৰ প্লেটখনলৈ



চালে, আৰু কলে, "আখ্, ডু লীবে গট্—"

"লীবাৰ্ গট্", মই শুধৰাই দিলো।

"আখ্, ডু লীবাৰ গট্ (অ তুমি মৰমৰ ঈশ্বৰ!")" আনাই কলে, আৰু হাঁহিলে, "পাহৰিয়েই গৈছোঁ, বগা-ৰুটি আছে নহয়—"

আনা লৰালৰিকৈ পাকঘৰৰ ভুৱাৰলৈ গ'ল, বৈ গ'ল। বেৰত খেৰৰ-টুপি এটা চকুত পৰিল।

"ফিয়েচলেত কিনিছিলো। কেনে দেখিছে ?"

"ধুনীয়া", মই কলো।

"ফিয়েচলেৰে কথা আপোনাক কৈছিলোনে ? ফ্লৰেন্সৰ একেবাৰে কাষতে। আপুনি গ'লে খুব ভাল পাব।"

য়ানচৰ কিতাপ এখনৰ ভিতৰৰ পৰা আনাই এখন ছবি-পোষ্টকাৰ্ড টানি উলিয়ালে, এখন স্মাৰক চিত্ৰ। "এইয়া ফিয়েচলে। বজাৰ। ব'ৰ।"

আনা পাকঘৰলৈ গ'ল। ফিয়েচলেৰ বজাৰ। কিছুমান গছৰ ছাঁত কাপোৰেৰে তৰা ষ্টল, ষ্টলবোৰৰ ভিতৰত বেঞ্চি পতা, সেইবোৰৰ ওপৰত অসংখ্য ৰকমৰ মণিহাৰী আৰু মনোহাৰী বস্তু। ভালকৈ নাচালো। এডাল গছৰ তলত টেবুল এখনত ইটালীয়ান কেইজনমান বহিছে আৰু দীঘল দীঘল গিলাচৰ পৰা কিবা পান কৰিছে, সম্ভৱতঃ বৰফ দিয়া বীয়াৰ বা ভামুট্, ইটালীয়ান কেইজনৰ মুখত, গিলাচবোৰৰ পানীয়ত আৰু টেবুলখনৰ "চিন্ৎ-চান' লিখা ডাঙৰ ছাইদানীখনত ৰ'দ পৰিছে। আন বহুত ছবি-পোষ্টকাৰ্ডৰ দৰেই এখন স্মাৰক-ছবি।

কোথাটোত গোটমৰা গৰম হৈছে যেন লাগিল, অলপ

অলপকৈ তেলৰ ষ্টভটোৰ ধোৱাও জমিছে বহুখিনি। খিৰিকীখন খুলি দিলো, লগে লগে চাট্‌কৈ ঠাণ্ডা বতাহ সোমাল, আৰু বৰফৰ এটা ঝাপ্‌টা, লৰালৰিকৈ খিড়িকীখন আকৌ বন্ধ কৰি দিলো। খিৰিকীৰ কাণিচত কিছুমান বৰফ পৰি গলি গ'ল, আৰু মোৰ হাতৰ ছবিখনো বৰফে ঢাকি পেলালে, ধাৰণা হ'ল যেন ৰুচিয়াৰ কোনো গাওঁৰ ছবি, আৰু ৰীয়াবপায়ী মানুহ-কেইজনৰ এজনৰ চুলি যেন বৰফে ঢাকি পেলাইছে আৰু তেওঁ যেন বগা-হৈ-যোৱা মাণ্টেল্‌ এটা পিন্ধিছে।

আনা ৰুটি লৈ আহিল, আৰু নতুনকৈ গৰম চাহ। খিৰিকীৰ কাণিচৰ পানীখিনি তৎক্ষণাৎ আনাৰ চকুত পৰিল। মই কলো, "কোথাটো বহুসময় বন্ধ হৈ আছে, মই এবাৰ খিৰিকীখন খুলি দিছিলো—"

"অ'" আনাই কলে, মোৰ মুখলৈ এবাৰ চালে আৰু হাঁহিলে, আৰু মোৰ হাতৰ পৰা ছবিখন লৈ তাইৰ জোঙা জোঙা আঙুলিৰে বৰফখিনি চুঁচি পেলালে। ইটালীয়ান কেইজনৰ মুখত আৰু তেওঁলোকৰ হাতৰ গিলাচত পুনৰ ৰ'দ পৰিল। আনাই মোৰ কাপটোত পুনৰ চাহ বাকিব ধৰিলে।

"আকৌ নেমুটেঙা?"

"আকৌ নেমুটেঙা," মই কলো আৰু হাঁহিলো।

"ফ্ল'ৰেন্সৰ উপকণ্ঠ মনোৰম," অনাই কলে, আৰু চাহ বকা শেষ কৰি নেমুটেঙাৰ বস চেপিব ধৰিলে, "চাইপ্ৰেচ্‌' আৰু 'অলিভ্‌' গছেৰে ভৰা, ৰ'দে-ভৰা। ফিয়েচলে ফ্ল'ৰেন্সৰ নিচেই কাষতে, তাত এটা ধুনীয়া গীৰ্জা আছে, তেৰ শতিকাৰ। পাহাৰৰ ওপৰত এটা ফ্ৰান্সিস্কান 'মনাষ্টাৰী' আছে, তাৰ পৰা চাৰিওপিনৰ



দৃশ্য সুন্দৰ দেখি। ৰোমান আৰু ইট্ৰুস্কান্‌ ভগ্নাৱশেষো আছে, সেইবোৰ চাবলৈও মানুহ যায়। ফ্লৰেন্সৰ পৰা ট্ৰামেৰেই যাব পাৰি, বাচো যায়—পিয়াৎচা চান্‌ মাৰ্ক'ৰ পৰা বাচ এৰে। আমি চাইকেলেৰেই গৈছিলো। সেই দিনা ফিয়েচলেত হাট-বাৰ আছিল। তুশাৰী 'চে'ষ্টনাট্‌' আৰু 'লাইম্‌' গছৰ ছাঁত দোকান-বোৰ বহিছিল, কাপোৰেৰে তৰা ষ্টলবোৰৰ ভিতৰত। ষ্টলবোৰৰ বাহিৰত দোকানীবোৰে চিঞৰি চিঞৰি সিহঁতৰ মালবোৰ ফেৰী কৰিছিল। কি হৈ চৈ, কি ব্যস্ত জনতা, কিমান ধৰণৰ মুখ, কিমান ধৰণৰ ৰঙৰ বাহাৰ, কিমান উৎসাহ, কিমান ঝলমল ৰ'দ! স্তূপ স্তূপ পনীৰ, আইচক্ৰীম, বিস্কুট, মিঠা-বস্তু আৰু ফলমূল বিক্ৰী হৈছিল, বটলে বটলে কিয়াণ্টি, প্ৰকাণ্ড প্ৰকাণ্ড টুকুৰি ভৰ্ত্তি আপেল, আঙুৰ, 'পিয়াৰ,' ডিমৰু। ফিয়েচেলৰ খেৰৰ বস্তু খুব বিখ্যাত, বাশি বাশি খেৰৰ বস্তু বিক্ৰী হৈছিল, বিভিন্ন ৰঙৰ বিচিত্ৰ ডিজাইনৰ খেৰৰ টুপী, বেগ, টুকুৰি। ফ্লৰে'ন্সত তৈয়াৰী নানা তৰহৰ চামৰাৰ মালো বিক্ৰী হৈছিল। আৰু বিক্ৰী হৈছিল ৰাজ্যৰ সানমিহলি দ্ৰব্য—সস্তা গহণা, জোতা, মোজা, একৰ্ডিয়ন, খেলনা, প্ৰাৰ্থনাৰ মণিমালা, যীশুখৃষ্ট আৰু কুমাৰী মেৰীৰ ছবি আৰু ক্ৰচ, কিতাপ, কাপোৰ, পোষ্টকাৰ্ড........"

# শুদ্ধি

[ ১ ]

মোৰ একমাত্ৰ লৰাৰ মৃত্যুসংবাদত মই কাতৰ নহলো। মই নাকান্দিলো। সমবেদনা জনোৱা আৰু সান্তনা দিয়া মানুহেৰে মোৰ ঘৰখন ভৰি পৰিল, কিন্তু কোনেও মোক বিহ্বল হোৱা নেদেখিলে। মই সকলোৰে লগত শান্তভাৱে কথা হলো, মই তেওঁলোকক কলো, মই ঠিক আছো, তেওঁলোকে বৰং লৰাৰ মাকক (এতিয়া বাৰু আৰু কোন লৰাৰ মাক ?) শান্ত কৰক। লৰাৰ মাক বলিয়াৰ দৰে হৈ পৰিছে, বুকু ভুকুৱাই ভুকুৱাই কান্দিছে, লৰাৰ মাকে বুজি নাপায় যে মৃত্যু এটা নিয়ম আৰু আমি নিয়মৰ অধীন। ঈশ্বৰে একমাত্ৰ লৰাটো দিছিল, ঈশ্বৰে আকৌ তাক ওভোটাই লৈ গৈছে, ইচ্ছা হলে পুনৰ দিব। মই ধীৰভাৱে চিঠিবোৰ আৰু টেলিগ্ৰামবোৰ খুলিলো, মই কৃতজ্ঞ হলো, আত্মীয় আৰু অন্তৰঙ্গসকলৈলে সংযত আৰু কৃতজ্ঞ



ভাষাত উত্তৰ লিখিলো, আৰু বাকী সকলৈলে সমূহীয়াভাৱে বাতৰিকাকতৰ যোগে মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো। মোৰ লৰাটোৰ বস্তু-বাহানি সামৰা-মেলা হল, ঘৰখনত আচবাব-পত্ৰ কিছু ইফাল-সিফাল হল, ঘৰখনৰ বেৰবোৰৰ পৰা মোৰ লৰাটোৰ হাঁহি আৰু মাতৰ সলনি অন্য বহুতো শব্দৰ প্ৰতিধ্বনি আহিল—কান্দোন, আৰু হা-হুতাশ, আৰু বহু মানুহৰ দিহা-পৰামৰ্শ, মিতিৰ-কুটুমৰ সৰু সৰু ল'ৰাছোৱালীবোৰৰ হাই-উৰুমি আৰু লৰাধপৰা। অৱশেষত জীৱনৰ নিয়মানুসাৰে লৰাৰ মাক ক্ৰমে ক্ৰমে প্ৰকৃতিস্থ হল, সকলো কপালৰ দোষ বুলি মানি ললে, আৰু অৱশেষত মোৰ ঘৰে মন্ত্ৰপাঠৰ ধ্বনি শুনিলে। এনেদৰে শ্ৰাদ্ধাদি হৈ গ'ল। মই অচঞ্চল চিত্তে সকলোৰে অভাৰক কৰিলো। মাথো মাজে মাজে হঠাৎ একমূহুৰ্ত্তৰ বাবে মনলৈ প্ৰশ্ন আহিল, কিয় বাৰু এনেকুৱা হ'ল ? কি পাপ ? তাক বহু আশা কৰি বাহিৰলৈ পঢ়িবলৈ পঠিয়াইছিলো, যদিও তাক চকুৰ আঁতৰত ৰাখিবলগীয়া হোৱাই আমি মনত অতি বেজাৰ পাইছিলোঁ। এইবেলি সি বন্ধত ঘৰলৈ আহিব খোজা নাছিল, বন্ধ খুলিলেই হেনো তাৰ পৰীক্ষা, পঢ়িব লাগে ; কিন্তু আমাৰ মনে নামানিলে। যেনে তেনে অন্ততঃ ছুদিনৰ কাৰণে হলেও এবাৰ আহি যাবলৈ আমি তালৈ দঢ়াই দঢ়াই লিখিলো, মই আৰু লৰাৰ মাকে। ৰাস্তাত বাচ-দুৰ্ঘটনা হ'ল, সি ঘৰ নাপালেহি। সেইদিনা মই নিজে হেপাহ কৰি বজাৰলৈ গৈ ৰৌমাছৰ মুৰ আৰু লৰাৰ মাকে ৰান্ধিব খোজা বহুতো শাক-পাচলি কিনি আনিছিলো, ৰান্ধি-বাঢ়ি লৰাৰ মাক ৰৈ আছিল······নাই, আমি কোনো পাপ কৰা নাই। কিন্তু আমি

তালৈ মোহ কৰিছিলো, আমাৰ মনত লবাটোৰ কাৰণে মোহ আছিল, মোহ আৰু লোভ ছুয়োটা বেয়া, হয়তো মোহেই এবিধ প্ৰলোভন, হয়তো সেয়ে পাপ হৈছিল।

[ ২ ]

মোৰ জীৱিকা অৰ্জন আৰু মোৰ কাম মই বন্ধ কৰি নিদিলো। মই সংসাৰ ত্যাগ নকৰিলো, বৈৰাগী হৈ নগলো। আগৰ দৰেই মই দিনৰ কামৰ শেষত লাঠিডাল লৈ ফুৰিবলৈ ওলালো, ওচৰ-চুবুৰীয়াৰ লগত কথা পাতিলো, বন্ধু-বান্ধৱ আহিলে অভ্যৰ্থনা কৰিলো। মাথো মাজে মাজে উপবাস দিলো। অনশন কৰিলে মন শুদ্ধ হয়, চিত্ত শুদ্ধ হয়। মোৰ মনটোক মই নিয়ন্ত্ৰণ কৰিব বিচাৰিলো। লবাৰ মাকেও উপবাস দিলে মাজে মাজে, কিন্তু মোৰ দৰে মনটো নিয়ন্ত্ৰণ কৰিববলৈ নহয়। মোৰ অনশনৰ কাৰণ মই কাকো নকলো। লবাৰ মাক মাজে মাজে অতি চিন্তান্বিত হৈ পৰিল, ৰ লাগি মোৰ পিনে চাই থাকিল কেতিয়াবা কেতিয়াবা, তাৰ পাচত উচুপি উচুপি কান্দিলে। সোধাত কলে, লবালৈ মনত পৰিছে। মই পতিয়ান নগলো, আৰু মই একো বুজিও নাপালো। যি হওক, মই কথাটো শান্তভাবেই ললো, মাকৰ অন্তৰত বৈ বৈ ছুখ আহিব বুলি ধৰি ললো, আৰু মোৰ নিজৰ চিন্তাত আকৌ মগ্ন হৈ থাকিলো। ধাৰণা হল, এদিন-ছুদিন উপবাস দি কোনো ফল পোৱা নাযায়। এদিনীয়া অনশনৰ পাচত মনটো বৰং আগতকৈ বেচি ছুৰ্বল আৰু জড় হৈ হৈ পৰে, কিন্তু ল'ৰাৰ মাকে মোক এদিনতকৈ বেচি উপবাস খাটিব নিদিলে। কিন্তু ঘটনাক্ৰমে আঢ়ৈমাহ নাযাওতেই শাহুৰ বৰ টান নৰিয়া আৰম্ভ



হল, যায় যায় অৱস্থা। মই ল'ৰাৰ মাকক কিছুদিনৰ কাৰণে শহুৰৰ ঘৰত থৈ আহিলো। এতিয়া অকল ৰান্ধনি ল'ৰাটো মোৰ লগত থাকিল, আৰু এতিয়া মোৰ দীঘল উপবাস দিয়াৰ স্থবিধা হ'ল। ৰান্ধনি ল'ৰাটোৰ পিনৰ পৰা বিশেষ দিগদাৰ নাপালো। এনেকৈ পাঁচ দিন পাঁচ ৰাতি মই পানী এটুপিও স্পৰ্শ নকৰাকৈ থাকিলো। ষষ্ঠ দিনৰ দিনা মোৰ ধাৰনা হ'ল যে অত্যন্ত ছুৰ্বল হৈ পৰিছোঁ, হাতখন ডাঙিবলৈকে যেন শক্তি নাই, চিন্তা কৰাৰ সকলো ক্ষমতা শেষ, আৰু মোৰ মনত পৰিল যে শৰীৰক অসহ্যৰকমে কষ্ট দিলে মনো বিকল হৈ পৰে, চিন্তা-শক্তি হ্ৰাস পায়। এই কথা উপলব্ধি কৰিয়েই বুদ্ধদেৱেও মাজতে তপস্যা ভঙ্গ কৰি খাদ্য বিচাৰি গৈছিল। মই ৰান্ধনি ল'ৰাটোক ৰাতি তাক বজাৰলৈ পঠিয়ালো, শাক-পাচলি বহুবিধ অনালো, মাছ অনালো, নিজে নিৰ্দেশ দি তাৰ হতুৱাই কেইবাবিধো ৰন্ধালো। তাৰ হতুৱাই ভাত বঢ়াই ললো। গা-ধুই আহিলো। কাঁহীৰ সমুখত ঈশ্বৰৰ নাম লৈ বহিলো, আৰু ৰান্ধনী ল'ৰা-টোক দূৰলৈ পঠিয়াই দিলো এঠাইলৈ, তাক কলো, সি উভতি আহি কাঁহী-বাতি সামৰিলেও হ'ব। সি যোৱাৰ পাচত মই বিধে বিধে সজোৱা আঞ্জা-তৰকাৰী, ভজা-পোৱাবোৰ কাহানিও নেদেখাৰ দৰে চালো। মোৰ পেটে ভোকত যন্ত্ৰণাত মোচৰ দিব ধৰিলে, সেইবোৰৰ লোভলগা গোন্ধত মোৰ ৰসনা ভিজি উঠিল। কিন্তু মই ভালদৰে বহি লৈ পিঠিৰ পিচপিনে ছুয়োখন হাত এখনেৰে ইখন জোৰেৰে চেপি ধৰি থাকিলো। মোৰ নাকত আঞ্জা-তৰকাৰীৰ গোন্ধ কমি কমি অৱশেষত নোহোৱা হৈ গ'ল, ভাত আৰু ভজাবোৰৰ ধোঁৱা ক্ৰমে ক্ৰমে শেষ হৈ গ'ল,

আঙ্কাবোৰৰ ওপৰত চামনি পৰিব ধৰিলে, তেলপইতাচোৰে ভাতৰ ওপৰত অহা-যোৱা কৰিব ধৰিলে, পকৰাই ভজামাজ টানি লৈ গ'ল। ঘণ্টাৰ পাচত ঘণ্টা পাৰ হৈ গ'ল, মই অবিচল ভাবে পিঠিৰ পিচপিনে হাত চেপি কাঁহীৰ সমুখত বহি ৰ'লো, মই ভাবিলো, মন, এইয়া তোক আৰু এটা প্ৰলোভন দিছো। মন, তই খাব খুজিছ, কিন্তু তোৰ ইচ্ছা মই পুৰণ হব নিদিও, তোক মই দমন কৰিম, চাও বাৰু তই কেনেকৈ খাব।

## সিহঁতেও পাহাৰ বগালে

"দুৰত বাৰু সেইয়া কিহৰ পোহৰ ?"

"সেইয়া জোৰৰ পোহৰ। সেইয়া এখন খাচীয়া গাওঁ, স্মিট্ নে তেনেকুৱা কিবা নাম। হয়তো লাইট্কৰ্। বা লুম্ চিয়েম্।"

"তুমি ভালদৰে নাজানা ?"

"বহুদিন হ'ল, পাহৰিছোঁ।"

"কি হৈছে তাত ?"

"আজি উৎসৱৰ ৰাতি।"

"নংক্ৰেম্ নাচ ?"

"নহয়, নংক্ৰেম্ নাচৰ সময় বোধকৰোঁ এতিয়া নহয়। হয়তো শ্বাড্ চুক্ ম্যিন্‌চিয়েম্। বা অন্য কিবা উৎসৱ।"

"আৰু সেইয়া কিহৰ শব্দ ?"

"সেইয়া ঢোলৰ শব্দ—আৰু বাঁহী, আৰু শুনা, সেইয়া গানৰ সুৰ, আৰু, শুনিছানে ? সেইয়া গীটাৰৰ ঝংকাৰ।"

"সেইয়া গীটাৰৰ ঝংকাৰ ?"

"বা চুইতাৰা। খাচীয়া বাদ্যযন্ত্ৰ। স্পেনিচ গীটাৰৰ দৰে।"

"ইমান দূৰৰ পৰা বৰ ভাল শুনি।"

"আৰু ইমান দূৰৰ পৰা জোৰৰ সৰু সৰু পোহৰবোৰো বৰ ধুনীয়া দেখি। আৰু অলপ উঠিলেই দেখা পাবা তলত, নামনিত, অসংখ্য সৰু সৰু পোহৰৰ বিন্দু, অদ্ভুত অদ্ভুত পোহৰৰ বিন্দু।"

"সেইয়া কি ?

"সেয়া খিলং।"

"তুমি এই পাহাৰখনৰ ক'ত কি আছে সকলো জানা ? সৌ গাওঁখনলৈ কেনেকৈ যাব লাগে জানা ?"

"সকলো নাজানো, অলপ অলপ জানো।"

"এইখনেই তুমি মোলৈ লিখা পাহাৰখন ? ইয়াকেই তুমি অকলে অকলে বগাবলৈ আহিছিলা ?"

"এইখনেই মই তোমালৈ লিখা পাহাৰখন। ইয়াকেই মাজে মাজে বগাবলৈ আহিছিলোঁ, যেতিয়া তোমাৰ কথা বৰকৈ মনত পৰিছিল। প্ৰথমে অকলে অহা নাছিলোঁ। প্ৰথমে বিভা-নিভাহঁতৰ লগত বাতিপুৱা বাতিপুৱা ইয়াত ফুৰিবলৈ আহিছিলোঁ। খুব বাতিপুৱা বাতিপুৱা। পাছত নিজে নিজেই পাহাৰখন চিনিব পৰা হলো।"

"বিভা নিভাহঁত তেতিয়া একেবাৰেই সৰু আছিল, নহয় ?"

'ছয় বছৰ, আঠ বছৰ। এতিয়া বৰ একোজনী হ'ল। পাঁচ বছৰৰ আগৰ কথা। ভাগৰ লাগিছে ?"

"নাই লগা, একেবাৰে নাই লগা।"



"আৰু অলপ বগাব পাৰিবা ?"

"পাৰিম। পাৰিম। তোমাৰ খিলঙৰ পোহৰবোৰ চাবৰ মোৰো মন গৈছে।"

"এই পাহাৰখনলৈ আহিলেই মনত পৰে বহুদিন আগেয়ে এটা গল্প পঢ়িছিলোঁ, গল্পটো মনত নাই, মাথো তাৰ নামটো মনত আছে—'সিহঁতে পাহাৰ বগালে'।

"সিহঁতে পাহাৰ বগালে। কি ধুনীয়া নাম!"

"মই তোমাৰ কথা ভাবিছিলোঁ। মই ভাবিছিলোঁ তুমি আৰু মইও পাহাৰ বগাম, আটাইতকৈ ওখ আটাইতকৈ বন্ধুৰ পাহাৰখন বগাম। ভবাই নাছিলোঁ, কেতিয়াবা সম্ভৱ হবগৈ।"

"কিন্তু আজি তো মই তোমাৰ লগে লগে পাহাৰ বগাইছোঁ—"

"এৰা, কিন্তু এতিয়াও মোৰ বিশ্বাস হোৱা নাই, এতিয়াও মোৰ বিশ্বাস হোৱা নাই আমি এনেকৈ পাহাৰ বগাই থাকিব পাৰিম। মই অকল পাহাৰখন বগাব নোখোজো, মোক অকল পাহাৰখন নালাগে, পাহাৰখনৰ লগতে তাত মোক তোমাকো লাগে, যেনেকৈ পাহাৰখনৰ লগত মোক তাৰ শিলগুটিবোৰ আৰু জুৰিবোৰ লাগে, তাৰ ঘাঁহ আৰু সৰলগছবোৰ লাগে।"

"পাহাৰখন তোমাৰ, তাৰ জুৰিবোৰ আৰু তাৰ সৰলগছবোৰ তোমাৰ।"

"মোৰ এটা ইচ্ছা আজি পুৰণ হ'ল!"

"আৰু ইটো ইচ্ছা ?"

"ইটো ইচ্ছা কৰিবলৈ আৰু সাহ নহয়। পাঁচ বছৰ আগৰ

ইচ্ছা। এতিয়াও ইচ্ছাটো কৰিবৰ মন যায়, কিন্তু আজিকালি আৰু সাহ নহয়, অধিকাৰ নাই। কিবা দেখিছা ?"

"নাই দেখা। কি ?"

"এৰা, এন্ধাৰ ঘন হৈ আহিছে। একো মনিব নোৱাৰি। অলপ পাছতে কুঁৱলী পৰিব। তোমাৰ ভৰিৰ তলত শিলগুটি-বোৰৰ শব্দ শুনিছানে ?"

"শুনিছো।"

"আৰু সৰলগছবোৰৰ মাজেৰে বতাহৰ সোঁ সোঁ শব্দ ?"

"অ।"

"আৰু কৰবাত জিলিৰ মাত ?"

"সেইয়া জিলিৰ মাত ?"

"ঠিক নাজানো, বোধকৰোঁ জিলিৰেই মাত।"

"সেইয়াও শুনিছোঁ।"

"আৰু এখন কিতাপৰ নাম মনত পৰিছে। জাপানী কবিতা। 'ভৰা জোন আৰু জিলিৰ মাত।' আজি আকাশত জোন নাই। কিন্তু তৰা আছে।"

"ভৰা জোন আৰু জিলিৰ মাত। ধুনীয়া নাম। তুমি কিমান পঢ়িছা !"

"আৰু লিখিছোঁ। মোৰ পাঁচবছৰ আগৰ চিঠিবোৰ মনত আছেনে ? কেনেকৈ মই মাজে মাজে মাহীদেউৰ ঘৰলৈ বুলি শিলঙলৈ গুচি আহিছিলোঁ, আৰু তোমাৰ কথা ভাবিছিলোঁ ?"

"মনত আছে। তুমি লিখিছিলা তুমি সন্ধিয়া এন্ধাৰ হোৱাৰ আগে আগে পাহাৰখনৰ শিল এটাৰ ওপৰত বহিছা। বহু নামনিত এডাল মোটা সূতা দৰে এটা নিজৰা বৈ গৈছে,



তাৰ কুলুকুলু শব্দই নিৰ্জন পাহাৰৰ সন্ধিয়াটো ভৰাই দিছে, ঘণ্টাৰ পাছত ঘণ্টা কোনো মানুহৰ দেখাদেখি নাই, মাজে মাজে মাথো কতিয়াবা হঠাৎ একোটা খাচীয়া খৰিকটীয়াই কান্ধত খৰিৰ বোজা লৈ পাহাৰৰ মোৰ এটাৰ পৰা ওলাই নামি আহিছে আৰু তোমাৰ কাষেৰে একাই বেকাই নামি গৈ তলত অদৃশ্য হৈ গৈছে—আৰু এই পাহাৰ আৰু নিজৰা আৰু সৰলগছ আৰু তোমাৰ সকলো চিন্তা আৰু অভীপ্সাৰ ওপৰেৰে হু হু শব্দেৰে বতাহ বৈ গৈছে, তোমাৰ চুলিবোৰ আৰু তোমাৰ গলৰ মাফলাৰখন বাবে বাবে বিশৃঙ্খল আউল-বাউল হৈ গৈছে।"

"তোমাৰ ঠিক মনত আছে। সেই চিন্তা আৰু সেই অভীপ্সাৰ শেষ হোৱা নাই, কিন্তু তাৰ বাবে আগৰ দৰে সাহস নাই, অধিকাৰ নাই। জাৰ লাগিছে ?"

"নাই লগা। বতাহখিনি চেঁচা নহয়, বৰং ভাল হে লাগিছে। তোমাৰ মাফলাৰখন আনিছা ?

"অ। তুমি মোৰ অ'ভাৰকোটটো লবা ?"

"নালাগে। তোমাৰ জোতাৰ তলত শিলগুটি আৰু ঘাঁহৰ শব্দ মইও শুনিছোঁ। ৰাতি নিয়ৰ পৰিলে বাৰু এনেকুৱা ঘাঁহৰ শব্দ হব নে ?"

"নাই, ৰাতি এনেকুৱা শব্দ নহয়। তুমি উ চচ থামৰ নাম শুনিছানে ?"

"উ চচ থাম ? নাই শুনা। খাচীয়া নাম ?"

"এজন খাচীয়া কবি। ঢুকাইছে। তেওঁৰ এটা কবিতা মনত পেলাই দিলা ঃ 'ৰাতিপুৱা নিয়ৰবোৰ পোহৰত ঝলমল কৰি উঠে। মইও মুকুতা বিচাৰি ঘৰৰ পৰা বহুদূৰলৈ যাম। ঘৰৰ পৰা আঁতৰত

মোৰ অন্তৰে কষ্ট পাব। তেতিয়া জমা হোৱা চকুপানীবোৰেই মোৰ মুকুতা হব।' মইও আজি পাঁচবছৰ ঘৰৰ পৰা আঁতৰত কিমান ঘুৰিলো......তুমি উজুটি খাইছা আকৌ। মোৰ হাতত ধৰা। আৰু ছুটা ধাপ মাত্ৰ, তাৰ পাছত তুমি এটা ধুনীয়া বস্তু দেখা পাবা।"

"শ্বিলঙৰ পোহৰ?"

"নহয়, অন্য এটা পোহৰ। বহুদিন আগৰ পোহৰ। হয়তো আজিও আছে।"

"কি? কি সেয়া?"

"অলপ পাছতেই গম পাবা। আহা, মোৰ হাতত ধৰা, আৰু অলপ বগালেই হব। আহা।"

'কি পোহৰ জানিবলৈ বৰ মন গৈছে, বৰ কৌতূহল হৈছে।"

"আৰু অলপ দূৰ মাত্ৰ।"

"তোমাৰ ইচ্ছাটো নকৰা কেলেই? এই কেইবছৰে চাৰি-পাঁচবাৰ তোমাক মই ওভতাই পঠিয়াইছোঁ, পঠিয়াবলগীয়া হৈছোঁ। কিন্তু এতিয়াতো মই তোমাৰ লগত, আজিতো মই তোমাৰ লগত তোমাৰ পাহাৰখন বগাইছোঁ—?"

"ঠিক। আৰু চাৰি-পাঁচবাৰৰ শেষত তুমি মোক কৈ দিছিলা, যি ইচ্ছা পূৰণ হোৱাৰ কোনো আশ্বাস নাই, কোনো প্ৰতি-শ্ৰুতি নাই, সেই ইচ্ছা যেন মই আৰু নকৰো। মই তোমাক কৈছিলোঁ, বাৰু, সেয়ে হব।"

"সঁচা। অৱস্থাৰ চাপত মই তেনেকৈ কৈছিলো। অৱস্থাৰ চাপত।"

"অ, সেই কথাও সঁচা।"



"মোৰ সেই কথাতেই তুমি ধৰি থাকিবা?"

"ধৰি নাথাকিলে তুমি ভাল পাবা? তোমাক কথা দিছিলো।"

"অ। তুমি মোক কথা দিছিলা। সেই কথাত তুমি নিশ্চয় ধৰি থাকিবা...আৰু কিমান দূৰ? কি পোহৰ, বৰ জানিবলৈ মন গৈছে।"

"আৰু অলপ মাত্ৰ। তিমানপৰে বাৰু আকৌ এই বোৰকে শুনা, দূৰৰ সৌ খাচীয়া গাওঁৰ ঢোল আৰু গীটাৰ, আমাৰ গল্প আৰু তেওঁলোকৰ গান, আৰু জিলিৰ মাত, তিৰবিৰ জোৰৰ পোহৰ আৰু বাশি বাশি স্থিৰ, শান্ত তৰা...এইয়া আমি পালোহি... এই ধাপটোৰ ওপৰলৈ উঠি আহা, এই সৰলগছ জুডালৰ মাজেৰে চোৱা—দেখিছানে?"

"অ, দেখিছোঁ। এটা তৰা। এটা ধুনীয়া তৰা।"

"সৰলগছ জুডালৰ মাজতে হেলনীয়াকৈ কেনেকৈ ৰৈ আছে! কেতিয়াবা তৰাটো তাৰ পৰা আঁতৰি যায়, তেতিয়া মই বেলেগ এটা শিলৰ ওপৰলৈ যাব লাগে, বা অইন কৰবালৈ, তেতিয়া তৰাটো ঠিক এনেদৰে ওলায় সৰলজুডালৰ মাজত। কেতিয়াবা তৰাটো বহু ওপৰলৈ বা বহু তললৈ গুচি যায়, সেইদিনা আৰু কোনোমতেই তাক আগৰ ঠাইলৈ আনিব নোৱাৰোঁ।"

"তেতিয়া তোমাৰ খুব বেয়া লাগে?"

"তেতিয়া মোৰ খুব বেয়া লাগে।"

"এটা ইমান ধুনীয়া তৰা।"

"মোৰ তৰা, মোৰ পোহৰ, মোৰ সত্ত্বা। তোমাৰ তৰা।"

"মোৰ তৰা?"

"তোমাৰেই তৰা। তৰাটো তোমাক দিলো।"

“ধন্যবাদ। এইটো তেনেহলে এতিয়া মোৰ সম্পত্তি? মই যি দৰে ইচ্ছা ব্যৱহাৰ কৰিব পাৰিম? সি মোৰ কথা শুনিবনে?”

“কিয় নুশুনিব? লাগিলে তোমাৰ কাৰণে জীৱন দিব।”

“অ। তুমি মোক দিয়া তৰা! নিশ্চয় মোৰ কথা শুনিব, নিশ্চয় লাগিলে নিজৰ জীৱনো দিব।”

“তুমি মোক মোৰ পাহাৰখন দিলা, মই তোমাক তোমাৰ তৰাটো দিলো। আজি খাচীয়া গাওঁত উৎসৱৰ ৰাতি, আজি জিলিৰ মাত আৰু নিজৰাৰ কুলুকুলু আৰু সৰলগছৰ সুহুৰি-টনা বতাহ তল পেলাই পাহাৰৰ বুকুত প্ৰতিফলিত হৈছে খাচীয়া ডেকা-গাভৰুৰ গান আৰু গীটাৰ আৰু ঢোলৰ ছেও, আজি খাচীয়া-সকলৰ আনন্দৰ ৰাতি, আজি তেওঁলোকৰ প্ৰাপ্তিৰ ৰাতি, আজি তৰাভৰা আকাশ আৰু চহৰৰ আলোকমালা নিষ্প্ৰভ কৰি হাজাৰ হাজাৰ জোৰৰ পোহৰ, আজি এতিয়া খাচীয়া ডেকা-গাভৰুৰ অঙ্গে অঙ্গে উত্তেজনা, তেওঁলোকৰ বাহুত আৰু ভৰিত স্বতঃস্ফূৰ্ত নৃত্যৰ ছন্দ, আজি এতিয়া দ্ৰুতৰ পৰা দ্ৰুততৰ হৈ আহিছে ঢোলৰ ছেও, আজি এতিয়া তোমালৈ সাঁচি থোৱা তোমাৰ তৰাটো তোমাক দিলো, তোমাক দিয়াৰ ইচ্ছা মোৰ পূৰ হ'ল—।”

“আৰু মোৰ পৰা বিচৰাৰ ইচ্ছাটো? মোৰ পৰা বিচৰাৰ ইচ্ছাটো কিয় পূৰ নকৰা?”

“তোমাক মই কৈছোঁ, সেই ইচ্ছা মই আৰু কৰিব নোৱাৰো, তাৰ কাৰণে এটা নিশ্চয়তাৰ প্ৰতিশ্ৰুতি লাগে, মোৰ ইচ্ছা পূৰণ হব বুলি আশ্বাস লাগে, সুনিশ্চিত আশ্বাস লাগে—।”

“কি হ'লে বাৰু তুমি আশ্বাস পাবা? কিহে তোমাক বিচৰা বস্তু পোৱাৰ প্ৰতিশ্ৰুতি দিব?”



“মই কব নোৱাৰো, মই নাজানো।”

“মইয়েই সেই প্ৰতিশ্ৰুতি নহয় নে?”

“নহয়, তুমি সেই প্ৰতিশ্ৰুতি নোহোৱা, কাৰণ তোমাৰেই প্ৰতিশ্ৰুতি মোক লাগে। অন্য কিবা, অন্য কিবা।”

“অন্য কিবা? বাৰু, অন্য কিবা তেনেহলে। অলপ পাছতেই আমি পাহাৰৰ আটাইতকৈ ওখ শিখৰত উঠিম, শ্বিলঙৰ পোহৰবোৰ আমাৰ চকুত পৰিব, আমি পুনৰ চহৰলৈ আমাৰ জীৱনলৈ উভতি যাম। তাৰ আগতে আকৌ এবাৰ তেনেহলে চাই লোৱা দূৰৰ সৌ উৎসৱৰ পোহৰ, আকৌ এবাৰ শুনা সৌ দূৰৰ নাচৰ তাল, ইচ্ছাপূৰণৰ সঙ্গীত—তোমাৰ ইচ্ছাপূৰণৰো এয়ে সঙ্গীত, মইয়েই তাৰ প্ৰতিশ্ৰুতি, তুমি বিচৰা আশ্বাস মইয়েই তোমাক দিব পাৰিম—তুমি মানা, নামানা জানো, যে আকাশৰ পৰা পপীয়া-তৰা খহি পৰা দেখিলে যি ইচ্ছা কৰা যায় সেয়ে ফলে? চোৱা, চোৱা, সৰলগছ জুডালৰ মাজেৰে কেনেকৈ মোৰ তৰাটো খহি পৰিছে, কেনেকৈ সি মোৰ বাবে জীৱন দিছে……”

# পৰিবাহিত

যাত্ৰীসকলে কাগজত গৃহযুদ্ধৰ শেহতীয়া খবৰ পঢ়িলে। দক্ষিণৰ প্ৰদেশবোৰত তুমুল আৰু আকস্মিক গৰিলাযুদ্ধ। অন্তৰ্কালীন সৈন্যবাহিনীৰ অধিনায়কৰ গাড়ীত হাতবোমা নিক্ষেপ। আৰু ছুটা ডিভিজনৰ পশ্চাদপসৰণ। দক্ষিণত ৩৭ খন গাওঁ বিদ্ৰোহী-দলৰ দ্বাৰা ৰাতিৰ ভিতৰতে ভস্মীভূত। পৰ্বত এলাকাত ব্ৰিটিচ পেৰাট্ৰু পাৰৰ অৱতৰণ? ৰাষ্ট্ৰসংঘলৈ আবেদন। ফৰাচী টেলি-ভিচনৰ সমুখত পলায়মান ডিক্টেটৰৰ চাঞ্চল্যকৰ ঘোষণা। আন্তৰ্জাতিক ৰেডক্ৰচৰ দ্বাৰা পুনৰ চিকিৎসক আৰু ঔষধপত্ৰ প্ৰেৰণ, ভয়াবহ পৰিস্থিতি। যি কোনো মুহূৰ্ত্ততে তৃতীয় মহাযুদ্ধ·········

এটা প্ৰচণ্ড বিস্ফোৰণৰ আৱাজত যাত্ৰীসকল উচপ খাই উঠিল। এটা লম্বা, কৰ্কশ শব্দেৰে ড্ৰাইভাৰে ব্ৰে'ক টানিলে, প্ৰচণ্ড এটা জোকাৰণি মাৰি বাচখন বৈ গল, গাড়ীৰ কাঁচৰ



সমুখত ধোৱাই ৰাস্তা ঢাকি পেলালে, আৰু তিনিখন মিলিটাৰীৰ ট্ৰাকে ৰাস্তা আৱৰি ধৰিলে। বাৰুদৰ গোন্ধেৰে বাচৰ ভিতৰখন ভৰি পৰিল, আৰু মিলিটাৰীৰ ট্ৰাককেইখনৰ পৰা ইউনিফৰ্ম পিন্ধা সৈনিকবোৰে ক্ষিপ্ৰগতিত জপিয়াই নামিব ধৰিলে, তেওঁলোকৰ আটাইবোৰ ডেকা লৰা। তেওঁলোকৰ মাজত বলিষ্ঠ চেহাৰাৰ এজনে হাত জোকাৰি উত্তেজিত ভাবে তেওঁলোকক কিবা কব ধৰিলে, তেওঁৰ ইউনিফৰ্মৰ চিনবোৰৰ পৰা মই বুজিব পাৰিলো যে তেওঁ এজন কেপ্টেইন।

ৰাস্তাৰ ছুয়োপিনে জঙ্গল নাই, খোলা পথাৰ, দূৰত গাওঁৰ সীমাৰেখা আৰু পাহাৰ। ইয়াত গৰিলা লুকাই থাকিব নোৱাৰে। এই বিস্ফোৰণ গৰিলাৰ বোমাৰ পৰা হব নোৱাৰে। সমুখৰ পাহাৰখন খহটা, আৰু এই ৰাস্তাৰে অনৱৰত মিলিটাৰী অহা যোৱা কৰি থাকে। এই পাহাৰখনতো গৰিলা লুকাই থকা সম্ভৱ নহয়। সম্ভৱ হলেও, লাভ কি? ৰাস্তাটোৰ কাষৰ বান্ধটোৰ ওপৰেৰে ৰেলৰ লাইন গৈছে, চহৰৰ লগত সংযুক্ত, আৰু প্ৰধান ৰাস্তাটোৰ মোৰত নতুন ৰেলৰ দলং এখন তৈয়াৰ হব ধৰিছে। একমাত্ৰ সেই দলংখন বা ৰেলৰ লাইনটো উৰাই দিলে গৰিলা সকলৰ লাভ হব পাৰে, কিন্তু তাৰ কাৰণে লুকাই থাকিবৰ সুবিধাৰ ঠাই এই পাহাৰখন নহয়। অৱশ্যে হয়তো এই ৰাস্তাটোকেই উৰাই দিয়াৰ মতলব থাকিব পাৰে সিহঁতৰ, যাৰ ফলত ছুইমাইল দূৰৰ মিলিটাৰীৰ ঘাটিটো চহৰৰ পৰা বিচ্ছিন্ন আৰু যোগাযোগহীন হৈ পৰিব। কিন্তু দিনদুপৰতে এই চেষ্টা কৰাটো আত্মহত্যাৰ সমান। গোটেই এলাকাৰ গৰিলা আন্দোলন ধৰা পৰি ছত্ৰাকাৰ হৈ পৰাৰ সম্ভাবনা, আৰু এই

ৰাস্তাটো বন্ধ হলেও কেইমাইলমান ঘুৰি সৈন্যবাহিনী চহৰলৈ যোৱাৰ অন্য ৰাস্তা আছে। হয়তো এইটো হ'ব পাৰে যে সিহঁতে এই ৰাস্তাটো বন্ধ কৰি মিলিটাৰীৰ ঘাঁটিৰ সিপিনে থকা টেলিফোন এক্সচেইঞ্জ আৰু ৰেডিঅ'ৰ প্ৰেৰক ষ্টেচনটো আক্ৰমন কৰাৰ চেষ্টাত আছে—

ধোৱাঁৰ পৰ্দাখন পাতল হৈ গৈছে, কিন্তু মিলিটাৰীৰ ট্ৰাক, মটৰগাড়ী, মালবাহী লৰী আৰু সৈনিকবোৰে সমুখৰ দৃশ্য ঢাকি পেলাইছে, আৰু তাৰোপৰি ৰাস্তাৰ দুয়োকাষে ইতস্ততঃ ভাবে পেলাই থোৱা ডাঙৰ ডাঙৰ লোহাৰ পাইপ, তাৰে কিছুমান এটাৰ ওপৰত এটাকৈ স্তুপ কৰা—হয়তো বিদ্ৰোহীদলৰ বেৰিকেড। দেখিলো, ৰাস্তাৰ দুয়োপিনে কোনোবাই খান্দি পেলাইছে, হয়তো তাত মাইন বা বুবি-ট্ৰেপ জাতীয় কিবা পুতিব পাৰি বা পুতি থোৱা আছিল। বাচৰ ভিতৰৰ পৰা যাত্ৰীসকলে ত্ৰস্তভাবে মূৰ উলিয়াই চাইছে, ঠিক বুজিব পৰা নাই। ড্ৰাইভাৰ নামি পৰিছে, কিন্তু বাচৰ ইঞ্জিন বন্ধ কৰা নাই। দূৰৰ পৰা এটা মেঘগৰ্জনৰ দৰে গুৰুগম্ভীৰ শব্দ আহিছে, ধাৰণা হয় যেন পৰ্বতৰ পৰা অসংখ্য সৰু ডাঙৰ শিল ভাঙি বাগৰি পৰিছে। দেখিলো, আমাৰ বাচখনৰ পিচপিনে অধৈৰ্য্য গাড়ীৰ শাৰী জমি উঠিছে, ব'দৰ পোহৰত গাড়ীৰ কাঁচবোৰ জিলিকি উঠিছে, ঘন ঘন ভেঁপু বজাইছে। আমাৰ বাচখনৰ উইণ্ডস্ক্ৰীনখনো ব'দত জিলিকি উঠিছে। কাঁচখনৰ সোঁহাতৰ এটুকুৰা ভাঙি পৰিছে আৰু কাঁচখনৰ গাত পাঁচটা সৰু সৰু ফুটা, সহজে বুজিব পাৰি দ্ৰুতবেগী গুলী চলন্ত বাচখনৰ কাঁচ ভেদ কৰি ওলাই গৈছে।



আৰু ইতিমধ্যে তীব্ৰ, ধাতৱ হুইচেলধ্বনিৰে বান্ধটোৰ ওপৰেৰে ট্ৰেইন এখন চহৰৰ পিনে উৰি যাব ধৰিছে, তাৰ আৱাজে কেই চেকেণ্ডমান অইন সকলো আৱাজ ডুবাই দিছে। তাৰ ডাব্বাবোৰত মানুহ ঠাহ খাই ধৰিছে, প্ৰচুৰ ক'লা ধোৱা ওলাইছে ইঞ্জিনৰ পৰা, আৰু ডাব্বাবোৰৰ আগেৰে উৰি গৈছে। তাৰ মাজেৰেই দেখা যায়, আনকি ছোৱালী আৰু বুঢ়ী মানুহো কামৰাবোৰত আছে। আনকি ডাব্বাৰ হাতলবোৰত ওলমি ওলমিও মানুহ গৈছে।

এই ছবি আমি বহু ঠাইত দেখিছো, নিজৰ চকুৰে, খবৰৰ কাগজত, নীউজৰীলত—বোমাবিধ্বস্ত চহৰৰ পৰা, বিপ্লৱ-আৰু গৃহযুদ্ধ-বিদীৰ্ণ চহৰৰ পৰা আবালবৃদ্ধবনিতা ভীৰেৰে ঠাহ খোৱা ট্ৰেইনেৰে প্ৰাণৰ ভয়ত মৰিয়া হৈ নিৰাপত্তালৈ পলাইছে। আৰু এই সন্ধিক্ষণত, মই ভাবিলো, আচৰিত হবলগীয়া কি আছে যে দেশৰ যুৱক সকলে সৈন্যবাহিনীত যোগ দিছে, পঢ়াশুনা এৰি, দলে দলে—

আৰু এই সন্ধিক্ষণত মোৰ কি কৰিবলগীয়া আছে, মই কি কৰিব পাৰো? মোৰ ধাৰণা হ'ল, এইটো অসম্ভৱ নহয় যে এই নাটকীয় মুহূৰ্ত্তত অকস্মাৎ মইও মোৰ দৈনন্দিনতা আৰু একেঘেয়ে বাচযাত্ৰীৰ পালা শেষ কৰি জনতাৰ মুখপাত্ৰলৈ, প্ৰথম পৃষ্ঠাৰ হেড্‌লাইনলৈ উত্তোলিত হলো, মই ভ্ৰুকুঞ্চিত কৰিলো, মই ভাবিলো মই এতিয়াই নামিম আৰু ড্ৰাইভাৰৰ ওচৰলৈ গৈ কম—

কিন্তু সমুখত বঙা পাগুৰী আৰু খাকী হাফপেণ্ট পিন্ধা মানুহ এজনে সেউজীয়া নিচান এখন জোকাৰিব ধৰিলে, ড্ৰাইভাৰ আহি আসনত বহিল আৰু গাড়ীবোৰ চলিব আৰম্ভ কৰিলে,

চামে চামে ৰাস্তা নিৰ্ম্মাণত ব্যস্ত বনুৱা পাৰ হৈ গল চকুৰ সমুখেৰে। মই এটা দীৰ্ঘনিশ্বাস দমন কৰি পুনৰ কাগজখনত মন দিবৰ চেষ্টা কৰিলো। পুনৰ দক্ষিণ আমেৰিকাৰ দঢ়ীয়া বিপ্লৱী নেতাজনৰ ছবিখনৰ পৰা উত্তেজনা আহৰণৰ চেষ্টা কৰিলো। কিন্তু গুৱাহাটী-জালুকবাৰীৰ ৰাস্তা বহলোৱা কামত ফুটোৱা বিস্ফোৰণৰ কাম এতিয়ালৈ শেষ হৈছে, আৰু আমাক যাবলৈ দিয়া হৈছে। এন, চি, চি, ৰ ডেকা কেডেটসকলক কঢ়িয়াই নিয়া মিলিটাৰীৰ ট্ৰাক কেইখনে আমাক সৌজন্য সহকাৰে পাচ দিলে, আৰু পাণ্ডু-গুৱাহাটীৰ শ্বাট্‌ল্ ট্ৰেইনখন নেদেখা হৈ গল। পিচপিনলৈ চাই দেখিলো লোহাৰ পাইপবোৰৰ ওপৰত—যিবোৰক বেৰিকেড বুলি ভাবিছিলো—কৰবাৰ পৰা গাৱলীয়া সৰু লৰা-ছোৱালী ওলাই খেলিব আৰম্ভ কৰি দিছে। দঢ়ীয়া বিপ্লৱী নেতাজনৰ ছবিখন এতিয়া উদ্ভত যেন লাগিছে, বেখাপ্পা, আৰু এই ভাবটো কটাবলৈ লৰালৰিকৈ বিচাৰিলো এই গৃহযুদ্ধৰ বিষয়ে আমাৰ কোনো নেতাই কিবা বিবৃতি দিছে নেকি (ধৰা এই ৰক্তপাতৰ পৰিবৰ্ত্তে ভূদানৰ প্ৰস্তাব কৰি, বা তেনেকুৱা কিবা)—এটা উদ্ভত কথাই দুটা উদ্ভত কথাক ভাবসাম্যলৈ আনিব, বিষে বিষক্ষয়। যি হওক, গুৱাহাটী-জালুকবাৰীৰ ৰাস্তাত দৈনন্দিন বাচ-ভ্ৰমণ ইমান এটা একঘেয়ে অভিজ্ঞতা যে, পুৰণি অস্থিচৰ্মসাৰ বাচখনক ধন্যবাদ আমাৰ কল্পনা শক্তিৰ ইন্ধন যোগোৱা কাৰণে, তাৰ উইণ্ড্‌স্ক্ৰীনৰ কাঁচৰ সৰু সৰু ফুটা, যিবোৰ দেখি সহজে বুজিব পাৰি যে দ্ৰুতবেগী গুলী বিপ্লৱ-বিদীৰ্ণ পৰিবেশৰ মাজেৰে ধাৱমান বাচখনৰ কাঁচ ভেদ কৰি ওলাই গৈছে।

# চিন্তাহীনতা

মৰাশ দুটা বাৰে বাৰে মনলৈ ভাঁহি আহিছে। দুয়োটা শ যোৰা লগা, ইটোৰ ওপৰত সিটো তলে ওপৰে বন্ধা। সিহঁত দুইৰো গলেদি এডাল শেল। দুই হাতত দুডাল শেল। দুই ভৰিত দুডাল শেল। বুকত এডাল, কঁকালত এডাল।

দৃশ্যটো কেনেকুৱা হব পাৰে ডালিমীয়ে ভাবিবৰ চেষ্টা কৰিছে, শ দুটা তাই দেখা নাই। বহুসময় থৰ হৈ ভাবিছে, ছবিখন লাহে লাহে স্পষ্ট হৈ উঠিব ধৰিছে, লগে লগে তৎক্ষণাৎ চকুত হাত দি শিয়ঁৰি উঠিছে, ছবিখন আকৌ আতৰি গৈছে। বাতৰিটো শুনাৰ দিনৰে পৰা বৈ বৈ ডালিমীয়ে ভাবিছে, মানুহৰ আঁৰে আঁৰে কান্দিছে, শোৱনশিৰীৰ পাৰলৈ গৈ এবাৰ পানীলৈ, এবাৰ আকাশলৈ, এবাৰ মিৰি-ডফলাৰ পৰ্বত-লালীলৈ চাইছে—দৃশ্যটো ভাবিব পৰা নাই। পানী নিবলৈ বুলি অনা কলহটো নমাই থৰলৈকে ডালিমীয়ে পাহৰি গৈছে, কঁপাল কোঁচাই পানীৰ পিনে চাই আছে। আৰু

এদিনৰ কথা মনত পৰিছে, এনেকৈয়ে নৈৰ দাতিলৈ পানী নিবলৈ আহিছিল। দেখিলে, এখন নাৱৰ ওপৰত পানীলৈ চাই পিচমুৱাকৈ জঙ্কি বহি আছে। লাহেকৈ কলহটো নমাই থলে, হাতত সাবে ভৰিত সাবে জঙ্কিৰ পাছফালে থিয় হ'ল, জঙ্কিৰ চকুহাল মুদাই ধৰিলে। জঙ্কিয়ে হাত সেপিয়াৰ ধৰিলে, কিন্তু কোন ধৰিব নোৱাৰিলে। ডালিমীয়ে হাত এৰি দিলে, খিলখিলকৈ হাঁহিব ধৰিলে ( তাই জনা নাছিল, সেয়ে তাইৰ শেষ হাঁহি )।

"জঙ্কি তই কান্দিছ দেখোন ?"

"ক'তনো কন্দা দেখিলি ডালিমী ?"

"হায়! তই মিছা মাতিছ। কছোন কেলেই কান্দিছ ?"

"মই কব নোৱাৰোঁ।"

"অ' তই মোক বিশ্বাস নকৰ। বাৰু আজিৰ পৰা মই তোৰ লগত বিহু নানাচোঁ। তই মাতিলেও নাযাওঁ—"

"ডালিমী! বেজাৰ পালিনে কি? মোৰ কথা জানিলে নো তোৰ কি লাভ হব ;"

"এনেয়ে জানিম কছোন বাৰু।"

"কবলৈ দুখ লাগে। ডালিমী, তই জান নহয়নে মই আগেয়ে সোৱণশিৰী মিৰি গাৱঁত আছিলো ?"

"এৰা জানো, তাৰ পাচত কি হ'ল ?"

"তাতে মোক পানেই নামেৰে এজনী গাভৰুয়ে ভাল পাইছিল।"

ডালিমীৰ মুখ ক'লা পৰিল, জঙ্কিয়ে ধৰিব নোৱাৰিলে। সি নিজৰ চিন্তাত, পানেইৰ চিন্তাত বিভোৰ। কাসিং কাৰ্টানক



সাখী কৰি হেনো পানেইয়ে জঙ্কিলৈ আহিব বুলি শপত খাইছিল, দুয়ো সৰুৱে পৰা একেলগে ভুঁই বখি, সোৱণশিৰীৰ বালিত লৰি-ধাপলি, বিহুগীত গাই, নাচি বাগি, নাও চলাই ডাঙৰ দীঘল হৈছে। জঙ্কিৰ কোনো নাই, সেইহেতু এতিয়া তাক দুখীয়া দেখি, কেও-কিছু নথকা দেখি, তাইৰ মাক-বাপেকে কমুদ নামেৰে আন এটা চহকী জোঁৱাই লবা চপাব খুজিছে।

"কিজানি মোৰ কপালখনত জুই লাগিল", জঙ্কিয়ে ক'লে।

"তাইক যদি আন কোনোবাই নিয়ে তেন্তে তয়ো জানো এজনী নাপাবি ?" ডালিমীয়ে সুধিলে।

"তাইৰ সমান মই কাকো নেদেখোঁ", জঙ্কিয়ে ক'লে, নাভাবিলে সি কি কৈ পেলালে।

ডালিমীৰ মুখখন আকৌ ক'লা পৰিল। অলপ আগতে জঙ্কিৰ চকুৰ পৰা হাত এৰি দি যেনেকৈ খিলখিলকৈ হাঁহি দিছিল, আকৌ তেনেকৈ হাঁহি দিব খুজিলে, কিন্তু হাঁহিটো নোলাল।

কথাখিনি এতিয়া ডালিমীৰ হুবহু মনত পৰিছে।

সোৱণশিৰীৰ বুকুত বেলি মাৰ যাব ধৰিছে। সিপাৰৰ আকাশ হেঙুলীয়া, সোৱণশিৰীৰ পানী হেঙুলীয়া। নৈত এখনো নাও নাই, পানী শান্ত গতিৰে বৈ গৈছে। এতিয়াও এন্ধাৰ হোৱা নাই, কিন্তু দূৰৰ ঘুণাসুঁতি গাওত ইতিমধ্যে মিৰি-চাংবোৰ অস্পষ্ট হৈ আহিছে, অ'ত ত'ত দুই-একুৰা জুইও জলিছে। মিৰি গাৱঁত এটি দুটিকৈ বিহু-ঢোল বাজিছে। কলহটো নমাই থৈ ডালিমীয়ে দূৰৰ গাওঁখনলৈ চালে। জুই জলিছে। সম্ভৱতঃ হাবাম বিৰিখৰ জুই—হাবাম বা খেতিৰ বাবে বেয়া হৈ যোৱা

মাটিৰ ভুঁই শুকাই ধৰা জুই। বহুসময় হ'ল ঘৰৰ পৰা পানী নিও বুলি ওলাই আহিছে, হয়তো আই-বোপাইয়ে বিচাৰ লগাইছে, ডালিমীয়ে ভাবিলে।

ঢোলৰ শব্দ।

ঢোলৰ শব্দ......হঠাৎ এদিন ঘুণাসুঁতিৰ গাৰঁত এজন অচিনাকি ডেকা আহি ওলাল, দেখনীয়াৰ মিৰিডেকা জঙ্কি। ঘুণাসুঁতিত তাৰ মাহীয়েকৰ ঘৰ। দুদিনতে তাক ঘুণাসুঁতিৰ গাভৰুবোৰে আগুৰি ধৰিলে, তাৰ পেঁপাৰ শব্দত গাভৰুবোৰ উত্ৰাবল হৈ উঠিল, আৰু লগতে গাৰঁৰে গামৰ জীয়ৰী ডালিমী। বিহু হলেই জঙ্কিয়ে পেঁপা লৈ বিহুত উপস্থিত হ'ব লাগে, তেহে গাভৰুহঁতৰ গা উঠে। তাৰ পেঁপাৰ সুৰে সুৰে, ঢোলৰ ছেৱে ছেৱে ডালিমীয়ে জপিয়াই জপিয়াই নাচিলে, নাচোনটোৱে পতি জঙ্কিৰ মুখলৈ চাই মিচিক্ মিচিক্‌কৈ হাঁহিলে। জঙ্কিয়েও মিচিক্‌কৈ হাঁহিলে, আৰু নাচ শেষ হোৱাৰ পুৰ্বেই তাৰ পেঁপা হঠাৎ বন্ধ হৈ গ'ল, তাৰ কোমল সবল মুখখন কিহবাৰ ডাৱৰে আৱৰি পেলালে.......

ডালিমী আচৰিত হ'ল, একো বুজিব নোৱাৰিলে। তাইক সেইদিনালৈকে জঙ্কিয়ে কোৱা নাই যে সি পানেইৰ হবলগীয়া দৰা কমুদৰ উৎপাতত থাকিব নোৱাৰিহে ঘুণাসুঁতিৰ মাহীয়েকৰ ঘৰলৈ আহিছে, তাৰ মনত দিনে নিশা মাথো পানেইৰ হে চিন্তা—ডালিমীক সি ভালকৈ চোৱাই নাই। অৱশেষত সেইদিনা সন্ধিয়া নৈৰ পাৰত যেতিয়া সি পানেইৰ কথা ক'লে তেতিয়াহে.... চেনেঙক পানীঘাটে দেখি গাত যি জুই জলিছিল, সেই জুই শাম কাটিলে......হঠাৎ পেঁপা বন্ধ হৈ গ'ল, ডালিমীয়ে দেখিলে,



জঙ্কিৰ মুখখন গধুৰ হৈ গৈছে, যেন তাৰ গোটেই দেহটোৱেই কিহবাৰ চিন্তাত নিমিষতে গধুৰ হৈ গৈছে। কিহৰ চিন্তা, কিহৰ বাৰু ইমান চিন্তা ? ডালিমীৰ ধাৰণা হ'ল, তাইৰো মূৰটো চিন্তাত গধুৰ হৈ গৈছে, গোটেই শৰীৰটোৱেই যেন গধুৰ গধুৰ লাগিছে, গধুৰ আৰু দুৰ্বল, তাই আৰু এতিয়া জপিয়াব নোৱাৰে। এই একমুহূৰ্ত্ত আগতেও যেনেকৈ মনত খেলাইছিল যেন তাইৰ শৰীৰত একোটো নাই, মনত একোটো নাই, ইমান পাতল, ইমান লঘু, জপিয়াই জপিয়াই যেন পাৰিলে আকাশ চুঁব, মেঘ চুঁব......তাৰ ঠাইত নিমিষতে দেহটো যেন এতিয়া এটা মেট্‌মৰা বোজা—

বেলি ডুব গ'ল। চকুৰ পৰা কিবা এটা ৰং নোহোৱা হৈ গ'ল, ডালিমীয়ে ইমানসময়ে মন কৰিলে তাই কাবোবাৰ সৰিয়হ এডবাৰ কাষতে অতপৰে বহি আছিল, হঠাৎ তাৰ টান হালধীয়া ৰং কোমল হৈ গ'ল। কব নোৱাৰাকৈয়ে হয়তো তাই গাওঁৰ পৰা ভালেখিনি দূৰেই আহিল, হয়তো ঘৰত বিচাৰি উত্ৰাবল লগাইছে। "তাইৰ সমান মই কাকো নেদেখো", ডালিমীৰ মনত পৰিল। সোৱণশিৰীৰ পানীত শেষ হেঙলীয়া বোল। সিপাৰৰ আকাশত বেলিমাৰৰ পাচৰ উজ্জ্বল ৰঙা। যেন আকাশত জুই লাগিছে। হঠাতে নৈৰ পানীবোৰ ৰঙা ৰঙা টুকুৰা হৈ বিয়পি গ'ল, সিপাৰৰ গছগছনি আৰু কাৰোবাৰ দুখন ভুইৰখা চাং দুডোখৰীয়া হৈ ডালিমীৰ চকুলৈ আহিল, বুজিলে তাইৰ চকুদুটা উখহি গৈছে। বিহু এফাকি যেন বিণি বিণি মনলৈ আহিব খুজিলে, যেন জঙ্কিয়ে পেঁপা বজাইছে আৰু কোনোবাই গাইছে :

চাপৰি চাপৰি মই তোলো বাৰহি—
আৰাম বিৰিকৰে কৰি।
যাকে চাই পুৰো তাকে যে নেদেকোঁ
কিনো জুয়ে লগা চকু,

আৰু আটাইখিনি মনত পৰাৰ আগেয়েই এন্ধাৰে সোৱণ-শিৰীৰ পাৰ আবৰি পেলালে, সবিয়হডৰা মনিব নোৱাৰা হৈ গ'ল, আৰু সমুখৰ কলহটো, আৰু সিপাৰৰ ছুয়োখন ভূঁইচাং।

……তাৰ পাচত এদিন ডালিমীয়ে জক্কিক নাওঁ যোগাৰ কৰি দিছিলে, সেই নাওঁৰেৰে পানেইক লৈ জক্কি পলাল। তাৰ পাচত হাবিৰ মাজত ছুয়ো ধৰা পৰিল, জক্কিক ধৰি কমুদহঁতে মাৰিলে। লক্ষীমপুৰৰ হাকিমৰ এজলাচত গোচৰ। পানেই আৰু জক্কি আকৌ ঘৰলৈ আহিল, এইবাৰ পানেইৰ মাক-বাপেকে কমুদৰ লগত পানেইৰ বিয়াৰ দিহা পাতিলে…… তাৰ পাচত পানেই আকৌ এদিন পলাল……

তাৰ পাচৰ ঘটনাবোৰ শুনা কথা। কেনেকৈ পানেই পলোৱাৰ পাচত পানেইক বিচাৰি জক্কি ঘৰ এৰি ওলাল, পথালিপামৰ মুৰা। কেনেকৈ তাক ভেবেলিচুকৰ হাবিত গাছি-মিৰিৰ দল এটাই ধৰিলে আৰু বন্দী কৰি লৈ গ'ল। কেনেকৈ এদিন গাছিমিৰি দলে গাওঁ এখনত ডকা দি তেনেদৰে পানেইকো ধৰি লৈ গ'ল। কেনেকৈ ছুয়ো এদিন মাজনিশা মনে মনে গাছিমিৰিৰ দেশত একেলগ হ'ল, ধৰা পৰিল, আৰু গাছি-মিৰিহঁতৰ ৰাবেগামৰ বিচাৰত সিহঁতৰ প্ৰানদণ্ড হ'ল—

কেনেকৈ এদিন পানেইৰ বুঢ়ীমাক নিৰমাই শেহৰাতি



সপোন দেখিলে যেন তাইৰ পানেই আৰু জক্কি ছুয়ো আগতকৈ বৰ ধুনীয়া হৈ চিকণ সাজেৰে তাইৰ আগত দেখা দিছে, এটা পৰ্বতৰ ওপৰত হাত ধৰাধৰিকৈ ফুৰিছে, নিৰমাই ছুয়োকে হাত বাও দি দি মাতিছে, সিহঁতে কৈছে, "আই যাব নোৱাৰো, ইয়াৰ পৰা নামিব নোৱাৰোঁ।" কেনেকৈ বুঢ়ী ৰাতি পুৱালত নৈৰ ঘাটলৈ পানী আনিবলৈ গ'ল, দেখিলে যে দ পানীত কিবা ছুটা ভাহি আছে……মানুহবোৰে বঠাৰে খুচি খুচি শৱ ছুটা উলিয়াইছে, পানেই আৰু জক্কিৰ যোৰাবন্ধা শ, গোটেই গাত শেল ফুটোৱা, হাতত, ভৰিত, বুকত। দলে দলে মানুহ আহিছে। শোৱণশিৰীৰ পাৰৰ বুঢ়া সোণাৰীও আহিছে, বুঢ়া সোণাৰীয়ে কৈছে, "এইটো গাছি মিৰিৰ কাম।" পানেইৰ মাক নিৰমা আৰু বাপেক তামেদে আচাৰ খাই শৱ ছুটা সাৱট মাৰি ধৰি কান্দিছে, পানেইৰ লগৰী ৰকমী আৰু ভাদৈয়ে কান্দি কান্দি শৱ ছুটাৰ গালৈ ফুল চটিয়াইছে—

এই শেষৰ দৃশ্যটো কোনোমতে ডালিমীয়ে থাৱৰ কৰিব পৰা নাই, বতৰাটো ঘুণাস্মৃতি পোৱাৰে পৰা তাই মানুহৰ আঁৰে আঁৰে নৈৰ পাৰত এবাৰ পানীলৈ, এবাৰ আকাশলৈ, এবাৰ সমুখৰ পৰ্বতলালীলৈ চাইছে আৰু ভাবিবৰ চেষ্টা কৰিছে, স্পষ্ট হও হও কৰি ছবিখন বাৰে বাৰে খেলিমেলি হৈ গৈছে। মনত পৰিল, এদিন সৰুতে, তাহানিখন, এনেদৰে এটা মৰাশ উটি আহিছিল, এটা আচহুৱা গাছিমিৰিৰ শৱ, গাৰ'ত হৈ চৈ লাগি পৰিছিল—সেইটোও ডালিমীৰ হুবহু মনত নাই, মাথো মনত আছে শটোৰ পৰা এটা ভেকেটাভেকেট গোন্ধ ওলাইছিল, দেহটো পানীৰ ওপৰত ওলাই আছিল, মাথো মুৰটো পানীৰ

তলত বুৰ গৈ আছিল······দেহটো হেনো পানীতকৈ পাতল, মুৰটো গধুৰ······

"তাইৰ সমান মই কাকো নেদেখো", জঙ্কিয়ে কৈছিল······

সোৱণশিৰীৰ সোঁতত দুটা শেলে-বিন্ধা মৰাশ······

ডালিমীয়ে দুই হাতে মুৰটো চেপি ধৰিলে। তাইৰ মুৰটোও ইমান গধুৰ গধুৰ লাগিছে, আৰু গোটেইটো শৰীৰ, যিটো শৰীৰ ঢোলৰ ছেও পেঁপাৰ মাত শুনিলেই নিমিষতে পাতল বতাহৰ দৰে নাচি উঠিছিল, যিটো মন আকাশৰ চৰাইৰ দৰে উৰি উৰি ফুৰিছিল—

ডালিমীয়ে পানীত ভৰি দিলে। সোৱণশিৰীৰ পৰশ শীতল, ধাৰণা হ'ল যেন মুৰৰ গধুৰ বোজা বহুখিনি কমি গ'ল। ধীৰ গতিৰে এঙ্কাৰত বিপ্ বিপ্ কৈ সোৱণশিৰী বৈ গৈছে। আই-বোপাইয়ে কয়, সোৱণশিৰী আইৰ মিৰি জাতিৰ ওপৰত চেনেহ আটাইতকৈ বেছি। পানেই আৰু জঙ্কিকো আইয়েই তুলিলে-মেলিলে, দীঘল-ডাঙৰ কৰিলে, একেলগ লগালে, আৰু মৰণৰ পাছতো আই সোৱণশিৰীয়ে দুয়োকে সিহঁতৰ আই-বোপাইৰ কাষলৈ বৈ আনি দিলে। আইয়ে মোৰ বাকীখিনি বোজাও পাতলাওক, মোৰ মনটো মোৰ মুৰটো মোৰ দেহটো আকৌ আগৰ দৰে পাতল কৰি দিয়ক······দ পানীত নিজৰ শৰীৰটো এৰি দিয়াৰ আগে আগে ডালিমীয়ে মনিব পাৰিলে দূৰত আৰু কেইবাকুৰাও জুই জলিছে, ঢোলৰ শব্দ ডাঙৰ হৈ আহিছে।

* * * *

প্ৰথমে মনত খেলালে যেন হাবিৰ মাজত জম্‌জম্ শব্দে বৰষুণ দিছে, তাৰ পাচত চকু নেমেলাকৈয়ে ডালিমীয়ে বুজিব



পাৰিলে লাহে লাহে তাইৰ সন্বিত ফিৰি আহিছে, আৰু বৰষুণ নহয়, শুকান ডাল-পাতৰ ওপৰেৰে কোনোবাই খোজ কাঢ়ি আহিছে। চকু নেমেলাকৈয়ে ডালিমীয়ে ধৰিব পাৰিলে, কোনোবাই দুয়োহাতে তাইৰ তিতা মুৰটো তুলি ধৰিছে, কাৰোবাৰ মুখ এখন তাইৰ ওপৰত উবুৰি খাই পৰিছে, আৰু বিয়াকুল মাতেৰে চিঞৰিছে, "ডালিমী! ডালিমী! ডালিমী!" চকু নেমেলাকৈয়ে ডালিমীয়ে ধৰিব পাৰিলে, সেইটো এটা ডেকা লৰাৰ মাত, এনেকি যেন এটা চিনাকী মাত। দূৰৰ পৰা ৰিণি ৰিণি এটা ঢোলৰ শব্দ আহিছে, এনেকি যেন এটা চিনাকী শব্দ। তাইৰ ভিজা শৰীৰৰ তলৰ মাটিখিনি যেন সিপাৰে থকা ভুঁইচাং দুখনৰ কাষৰ মাটি আৰু ঘাঁহ, এনেকি যেন এটা চিনাকী গোন্ধ। তথাচ এই সকলোবোৰ অচিনাকী, এই মাত, এই ঢোলৰ শব্দ, এই মাটিৰ গোন্ধ, এনেকি তাইৰ নিজৰ শৰীৰটোও যেন অচিনাকী, ইমান শীতল, আৰু এই মুৰটো যেন তাইৰ নিজা মুৰ নহয়, ইমান নিচিন্ত, ইমান পাতল। যেন তাই ন'কৈ জনম লভিছে। যেন এই আটাইবোৰ এটা নতুন জনমৰ কথা, এইদৰে তাই আৰু নিজকে আগেয়ে দেখা নাই, এনেদৰে তাইক আৰু আগেয়ে কোনেও দেখা নাই—আৰু তাইৰ ওপৰত উবুৰি খাই পৰা ডেকাজনে ইয়াৰ আগেয়ে তাইৰ সমান আৰু কাকো দেখা নাই। "ডালিমী! ডালিমী! ডালিমী!"·········তাইৰ কাণত লাহে লাহে স্পষ্ট হৈ সোমাব ধৰিলে, আৰু তাই বুজিলে যে চিন্তাভাৱনাৰ পৰা একেবাৰে মুকুতি পাই তাইৰ মুৰটোৰো ভাৰ তেনেই কমি গৈছিল, এনেকি সোৱণশিৰীৰ পানীতকৈও কমি গৈছিল, আৰু সেয়েহে তাইৰ দেহটো ডুবি যোৱা নাছিল—যদিও

নৈৰ ইপাৰৰ পৰা সিপাৰলৈ ভাঁহি অহা সময়খিনি তাই গঁচাকৈয়ে মৰি গৈছিল। এৰা, মুৰৰ সকলো চিন্তা এৰি দি তাই মাজনদীৰ দ পানীলৈ নামি গৈছিল, তাইৰ মৃত্যু ঘটিছিল।

## ওপৰত

কোথাটোত দেৱাল নাছিল। আলোক-বিভ্ৰমৰ সহায়েৰে কৃত্ৰিম পৰ্দাবোৰ টানি পৃথিবীৰ কোথা এটাৰ চেতনা সৃষ্টি কৰাৰো কোনো আৱশ্যক নাছিল। কোথাটোৰ আলোক, ৰং আৰু উত্তাপ পৰিবৰ্ত্তনৰো কোনো প্ৰয়োজন নাছিল, কিয়নো ৰোগী প্ৰায় সম্পূৰ্ণ অজ্ঞান, হৃৎপিণ্ড প্ৰায় স্তব্ধ। এই বৰ্ত্তুলাকাৰ আৰু চাপনিয়ন্ত্ৰিত কোথাটোৰ অভিনবত্বই ৰোগীৰ কোনো মনস্তাত্বিক পৰিবৰ্ত্তন নানে, কোনো শাৰীৰিক অধোগতি নঘটায়।

প্ৰায় তিনি মিটাৰ দূৰত এখন বক্ৰাকাৰ চকীত বহি চিকিৎসকে ৰোগীক নীৰিক্ষণ কৰিছিল। ৰোগীৰ বয়স ৩০ আৰু ৪০ ৰ মাজত, মুখখন ক্লান্ত, ওঠ চেপি চেপি ধৰিছে, চুলি ক'লা—মুখখন দেখি বুজিবৰ উপায় নাই কোন দেশৰ মানুহ ঃ চাইপ্ৰাচ, গ্ৰীচ, তুৰস্ক, ভাৰতবৰ্ষ···। লিমাৰ ৰাস্তাত অচেতন অৱস্থাত পোৱা গৈছে। কিন্তু পেৰু চৰকাৰৰ মতে মানুহজন

পেৰুৰ নহয় ( পৃথিৱীত পাচ্'ৰ্টৰ ব্যৱহাৰ উঠি যোৱাৰ পাছত এই এটামাত্ৰ অসুবিধা মাজে মাজে প্ৰকট হৈ উঠিছে )। ৰোগীৰ জেপত চিনাক্ত কৰিব পৰা কোনো কাগজ পত্ৰ নাই, দেহতো একো নাই ( কফু ত কিনা ট্ৰাউজাৰ আৰু কামিজ, এডিনবৰাৰ দোকানৰ কোট আৰু ঘড়ি, ইত্যাদি দুটামান ঝপ্‌সা ইঙ্গিতৰ বাহিৰে )। যিমান দূৰ বুজা গৈছে, ৰোগীৰ স্মৃতিশক্তি সম্পূৰ্ণ লুপ্ত।

ৰোগীৰ মূৰশিতানত এখন জাল, ৰাডাৰযন্ত্ৰৰ দৰে, কিন্তু শতগুণ জটিল : আমেৰিকাৰ আই. বি. এম্ আৰু জাপানৰ মাইনিছৰ যুগ্ম-প্ৰচেষ্টাত উদ্ভূত হোৱা মস্তিস্কতৰঙ্গ-গ্ৰাহক যন্ত্ৰ। ৰোগীৰ মস্তিস্কৰ পৰা নিৰ্গত তৰঙ্গবোৰ তাত ধৰা পৰিছে, বিদ্যুত চৌম্বক ক্ষেত্ৰত পৰিবৰ্ত্তিত আৰু শ্ৰেণীবদ্ধ হৈছে, আৰু তাৰ পৰা ৰাডাৰৰ ছবিৰ দৰে কিছুমান ছবিলৈ ৰূপান্তৰিত হৈছে। স্বয়ংক্ৰিয় লিভাৰ আৰু চকা কিছুমানে ৰোগীৰ দেহৰ সকলো প্ৰক্ৰিয়া পৰ্য্যবেক্ষণ কৰিছে, গ্ৰাফ্ টানি গৈছে।

চিকিৎসক প্ৰৌঢ়, তেওঁৰ চুলি আৰু গোফ বগা, তেওঁৰ চকুৰ চাৰিওপিনে ক'লা দাগ। তেওঁ আৰু এবাৰ পৃথিৱীৰ পৰা অহা সংকেতখিনি পঢ়িলে : "...অৰ্থাৎ সংজ্ঞাবিলুপ্তি বা 'কমা'। ইলেক্ট'এন্‌চেফাল'গ্ৰামত দেখা মতে কাৰণ সম্ভৱতঃ কোনো ডাঙৰ আঘাত বা 'শ্বক্', যাৰ ফলত লেণ্টিকুল' ষ্ট্ৰিয়েট আৰ্টাৰি চিঙি গৈছে আৰু মস্তিস্কত আভ্যন্তৰীন ৰক্তপাত আৰম্ভ হৈছে। দ্বিতীয় ইন্‌ফে'কৃশ্যনৰ আশংকা। প্ৰাথমিকভাৱে পেনিচিলিন দিয়া হৈছে। প্ৰেৰণৰ সময়ত ৰোগীৰ নাড়ীস্পন্দনৰ হাৰ........."



এই বৰ্ত্তুলাকৰ কোঠাটোৰ লগত এডাল দীঘল মোটা তাঁৰেৰে বাহিৰত আন এটা কক্ষ সংযুক্ত, দুয়োটা কক্ষ লাহে লাহে উমৈহতীয়া অক্ষৰ চাৰিওপিনে ঘুৰিছে। বাহিৰৰ সেই নিয়ন্ত্ৰণ-কক্ষটোৰ পৰা তেওঁ সংকেতৰ অপেক্ষা কৰিছে।

এটা লাইট জ্বলিল আৰু চিকিৎসকে এলুমিনিয়ামৰ পৰ্দা এখনৰ কাষলৈ মুখ নিলে।

"অ, জিম ?"

"কেইখনমান ছবি ফুটি ওলাইছে," নিয়ন্ত্ৰণ-কক্ষৰ পৰা অহা মাতটোয়ে ক'লে, এটা তৰুণ মাৰ্কিন কণ্ঠ, দ আৰু সপ্ৰতিভ। "সংযোগ দিম ?"

"দিয়া"

ৰোগীৰ মূৰ শিতানত লাহে লাহে এখন পৰ্দা নামি আহিল, আৰু তাত বিলম্বিতগতিত কিছুমান অনিৰ্দিষ্ট ছবি ভাঁহি উঠিল আৰু মিলি গ'ল, ক'লা আৰু বগা, প্ৰায় ৰাডাৰৰ পৰ্দাত উঠা ছবিৰ দৰে। সংজ্ঞাহীন ৰোগীৰ মস্তিস্কৰ ছবিৰ টুকুৰা। নিম্পলক দৃষ্টিৰে চিকিৎসকে সেইপিনে চাব ধৰিলে। ছবিবোৰ অসংলগ্ন আৰু অস্পষ্ট, অকস্মাৎ ইটোৰ পৰা সিটোলৈ পৰিবৰ্ত্তিত, কোনো যোগসূত্ৰ নাই, কোনো ক্ৰমিকতা নাই : কিছুমান ঘৰ আৰু অট্টালিকা ( সম্ভৱতঃ )। ৰাস্তা। কিছুমান গতিশীল অৱয়ৱ, খুব সম্ভৱতঃ মানুহ—কিন্তু ক'ৰ ৰাস্তা, ক'ৰ মানুহ, কি মানুহ ? ছবিবোৰ অৱশ্যেই গতিশীল, কিন্তু সেই গতিৰ কোনো দিশ নাই, উদ্দেশ্য নাই, আপাতদৃষ্টিত এটা বিপৰ্য্যস্ত যথেচ্ছ গতি ( সপোনত যেনেকুৱা হয় )। বহু মানুহৰ ভীৰ, বহু অট্টালিকা,

বহুতো চহৰ, বহুতো ৰাস্তা—ষ্ট্ৰিট আৰু ষ্ট্ৰাচে আৰু ভিয়া আৰু বুল্‌ভাৰ্……হঠাৎ এই পাৰ্থিব ছবিসমষ্টি শেষ হৈ গ'ল, পৰ্দাৰ ওপৰত উজ্জ্বল উজ্জ্বল বিন্দু, যেন তৰাৰ সমন্বয়, যেন স্ফটিকৰ আকাৰ।

"জিম ?", চিকিৎসকে পৰ্দাৰ কাষলৈ মুখ নি ক'লে।

"অ, হে'ৰ্ প্ৰফেচৰ ?"

"সপ্তম ৰীলত সেইবোৰ তৰাৰ নক্সা জানো ?"

"হয়, হে'ৰ্ প্ৰফেচৰ। অৱশ্যে সাধাৰণতম নক্ষত্ৰপুঞ্জ, যিবোৰ লৰাই ইস্কুলতে শিকে। সপ্তৰ্ষিমণ্ডল, হাতাপটিৰ বিভিন্ন পুঞ্জ, উৰ্চা-মেজৰৰ কুণ্ডলী-নীহাৰিকা এম্-১০১—আমি যিমানদূৰ জানিব পাৰিছো, ৰোগী জ্যোতিৰ্বিদ নহয়। হয়তো এইবোৰ তেওঁ কিতাপে-কাগজে দেখা ছবিৰ চাপ। কিন্তু এখন ছবি অলপ আচৰিত হবলগীয়া—ৰীলৰ শেষৰ পিনে সেই তৰাটো, যিটো জলিছে আৰু নুমাইছে, সেইটো কিন্তু কোনো বিখ্যাত তাৰকা নহয়ঃ ক্ৰুয়েগাৰৰ তালিকাৰ ৬০ নম্বৰ নক্ষত্ৰৰ দ্বিতীয়টো—আৰু এটা আচৰিত কথা এয়ে যে ৰোগীয়ে তৰাটোক এটা পৰিবৰ্ত্তনশীল নক্ষত্ৰ অৰ্থাৎ পাল্‌চেটিং ভেৰিয়েব্‌ল্ বুলি কল্পনা কৰিছে।"

"সম্ভবতঃ মানসিক সানমিহলি। হয়তো 'ক্ৰুয়েগাৰ-৬০-বি' নামটোৱেই ৰোগীৰ কল্পনাক টানি লৈ গৈছে, হয়তো ৰোগীৰ সেই তৰাটোত আন কোনো কৌতূহল নাই।"

"খুব সম্ভব, হে'ৰ প্ৰফেচৰ।"

"ভাল কথা জিম, সেই কুণ্ডলীটো, যিটো পকাই পকাই জ্বলি জ্বলি ওপৰলৈ ডাঙৰ হৈ হৈ উঠি গৈছে, সেইটো বাৰু



কি ? ৰোগীৰ মস্তিষ্কত সেইখন কিহৰ ছবি ? কোনো গাণিতিক লেখ ?"

জিমে কলে যে সেইটোও তৰাৰ—বস্তুতঃ দুটা তৰাৰ—ছবি। কাষৰ তৰাবোৰৰ অবস্থান চাই জিমে যিমানদূৰ অনুমান কৰিব পাৰিছে, সেইয়া বিটা-লিৰেৰ নামৰ যুগ্ম-নক্ষত্ৰটোত সূৰ্য্যোদয়ৰ ছবি (অৰ্থাৎ অ-জ্যোতিৰ্বিদে যিদৰে বস্তুটো কল্পনা কৰিব।) এই যুগ্ম-নক্ষত্ৰৰ "সূৰ্য্য" দুটা গোল নহয়, উপগোলাকাৰ, আৰু সিহঁতৰ মাজত জ্বলন্ত হাইড্ৰজে'ন্ বাষ্প—সেই জ্বলন্ত হাইড্ৰজেনেই ৰোগীয়ে দেখা কুণ্ডলীটো—

"বেয়া নহয়, জিম, বেয়া নহয়। স্মিথ্‌চনিয়ান্ ইন্‌ষ্টিটিউটত বাৰু তুমি মুঠতে কিমানদিন আছিলা ?"

"চাৰি বছৰ, হে'ৰ্ প্ৰফেচৰ।" (বিনম্ৰ উত্তৰ)

উপগ্ৰহটোৱে আৰু এটা উপবৃত্ত পুৰ্ণ কৰিলে, কক্ষপথ বিষুবৰেখাৰ পৰা আৰু একচতুৰ্থাংশ ডিগ্ৰী হালি পৰিল। ফ্লৰিডাৰ ট্ৰেকিং-ষ্টেচনৰ পৰা আৰু এটা ব্লিপ্-ব্লিপ্ সংকেত সমুখৰ কক্ষত জিমে গ্ৰহণ কৰিলে, তলত মেক্সিক'-চিটিৰ পোহৰৰ ছোপটো পাৰ হৈ গ'ল। ৰোগীয়ে জোৰে জোৰে নিশ্বাস লব ধৰিছে। নাড়ী আৰু হৃৎপিণ্ডৰ স্পন্দন কমি আহিছে, ৰোগীৰ মুখত বিন্দু বিন্দু ঘাম আৰু নতুন নতুন ৰেখা। "সপোন" দেখা বন্ধ হৈছে, মাইনিচ্ছি-আই-বি-এম্ যন্ত্ৰটোত কোনো সঁহাৰি নাই।

চিকিৎসকে আৰু এবাৰ ছবিবোৰ পৰ্দাত নিক্ষেপ কৰিলে।

মানুহবোৰৰ মুখ এখনো স্পষ্ট নহয়, হয়তো সকলো পাহৰি যোৱা মুখ, হয়তো ৰোগীৰ সংৰক্ষন-ক্ষমতা কেতিয়াবাই নিঃশেষিত। বা হয়তো—চিকিৎসকে ভাবিলে—কেতিয়াবাই হেৰাইছে ৰোগীয়ে মানুহৰ প্ৰতি কৌতূহল, মুখৰ প্ৰতি মনোযোগ, মনৰ ব্যগ্ৰতা। হয়তো পৃথিবীৰ চহৰবোৰৰ মাজেৰে ৰোগীয়ে খোজ কাঢ়িছে সম্পূৰ্ণ নিলিপ্ত, উদাসীন, নিৰ্বিকাৰ...

এইটো এটা বিৰক্তিকৰ কথা, চিকিৎসকে ভাবিলে, যে আজিলৈকে আমি মস্তিষ্ক-তৰঙ্গত শব্দ আৰু বৰ্ণ ধৰিব নোৱাৰিলো—এই যে মানুহবোৰ, এইবোৰৰ পোষাক ঠিক কেনেকুৱা, পোষাকৰ ৰং কি, মুখৰ ৰং বগা নে হালধীয়া নে ক'লা... এই যে কিবা এখন শকট বাৰে বাৰে ওলাইছে (ৰেল নহয়), সেইখন এখন বাচ ? ট্ৰাম ? বোমৰ ট্ৰলিবাচ ? লণ্ডনৰ ৰঙা-আৰু-ক্ৰীম ৰঙৰ ডাব্‌ল্‌-ডে'কাৰ বাচ ? কলিকতাৰ, ৰটাৰডামৰ, এডিনবৰাৰ ট্ৰাম ? বাৰে বাৰে এটুকুৰা আয়তক্ষেত্ৰ হিজিবিজিৰ মাজত স্পষ্ট হৈ উঠিছে, আঃ, যদি তাৰ লগত মাথো সামান্য এটা শব্দ থাকিলহেতেন—! আঁকোৰগোজালি 'বিফ্ৰেইন'ৰ দৰে বাৰংবাৰ এটুকুৰা আয়তক্ষেত্ৰ : এখন খিৰিকি ? এখন আৰ্চী ? এখন কিতাপ ? এখন চিঠি ? এই অজ্ঞাতনাম অজ্ঞাতৰোগ লুপ্তসংজ্ঞা লুপ্তস্মৃতি যাযাবৰৰ বিষয়ে ক'ত কথাই হয়তো কৈ দিব পাৰিলহেতেন সামান্য এটা বৰ্ণচ্ছটাই, সামান্য এটুকুৰা শব্দই—এটা চীৎকাৰধ্বনি, এটা পিস্তলগৰ্জন, এটা পদশব্দ, এখন বন্ধ দুৱাৰ, এখন ট্ৰামৰ চকাৰ ঘূৰ্ণন, এটা দীৰ্ঘশ্বাস, এটুকুৰা সঙ্গীত—

"জিম, তুমি বাখ্‌ ভাল পোৱা নে ?"



"ভাল নাপাওঁ বুলি ক'ব নোৱাৰো, হে'ৰ্‌ প্ৰফেচৰ, বুবুজো। মোৰ উৰ্দ্ধত।"

"আঃ !"

এটুকুৰা সঙ্গীত, এটুকুৰা বাখ্‌, চিকিৎসকে ভাবিলে... নীচ্‌, মাৰ্‌বুৰ্গ্‌, হাইডেল্‌বাৰ্গ...কিমান দিন আগৰ তেওঁ সদ্য-নিৰ্গত স্নায়ু-মনস্তত্ত্বৰ ডক্টৰেট, যৌবনৰ উদ্দামতাৰে ভৰা... চামবাৰ হাফ-পেন্ট পিন্ধি নে'কাৰ্‌ নদীত নতুন নতুন স্ফূ'তি বিচাৰি নাও বাবলৈ যোৱা সিদিনাৰ তেওঁ ডেকা ছাত্ৰ, উচ্চতম সন্মান লৈ সগৌৰৱে গবেষনাৰ পৰা বাহিৰ হৈ অহা সিদিনাৰ ব্যগ্ৰ নবীন বিদ্যাৰ্থী...তাৰ পাছত পৃথিবীলৈ ক'ত সৰু ডাঙৰ যুদ্ধ, দুৰ্ভিক্ষ, অশান্তি, বিপ্লব...কিমান দূৰত, তথাপি কিমান ওচৰত...আজি পৃথিবীৰ বায়ুমণ্ডলৰ প্ৰায় দুশ মাইল ওপৰত আয়ন'য়স্ফিয়াৰৰ প্ৰান্তদেশত ঘূৰ্ণীয়মান এই সৰু মানুহে-সজা আস্পতাল-উপগ্ৰহৰ "পৰ্য্যবেক্ষক" প্ৰৌঢ় প্ৰফেচৰ আজিও সেই উদ্দামতাৰ কিমান ওচৰত, আজিও বিচাৰিবলৈ কিমান উদ্‌গ্ৰীৱ মানুহৰ মনৰ নতুন, অজানা স্ফূ'তি....

নীচ্‌, মাৰ্‌বুৰ্গ্‌, হাইডেল বাৰ্গ্‌ কক্ষপথত নপৰে। আফ্ৰিকাৰ চহৰ আৰু আজিও অৰ্দ্ধাবিষ্কৃত অৰণ্যবোৰৰ ওপৰেৰে "চেন্টিনে'ল" দ্ৰুতগতিৰে পাৰ হৈ গৈছে। আফ্ৰিকা এতিয়া সূৰ্য্যৰ পোহৰত, ইচ্ছা কৰিলে তেওঁ দূৰবীণেৰে তাৰ ডাঙৰ অৰণ্যবোৰ, নদীবোৰ, চহৰবোৰ (এনেকি চহৰৰ ৰাস্তাবোৰৰ এটা জালি-কটা দৃশ্যও) দৃষ্টিক্ষেত্ৰলৈ আনিব পাৰে। তেওঁৰ এতিয়া ৰোগী "নীৰিক্ষণ"ৰ সময় পাৰ হৈ গৈছে, এতিয়া তেওঁৰ সহকাৰীক জগাই দিব পাৰে। কিন্তু তেওঁ দূৰবীণৰ চুইচটোত

হাত নিদিলে, আৰু সহকাৰীকো নজগালে। তেওঁ নিস্পন্দ দৃষ্টিৰে ৰোগীলৈ চাই ৰ'ল। তেওঁৰ কৰিবলগীয়াখিনি তেওঁ কৰিছে, ৰোগীৰ মস্তিস্ক-তৰঙ্গবোৰ তেওঁ "লিপিবদ্ধ" কৰিছে। (সেইটো ইমান ওখত কৰিবলগীয়া হৈছে অৱশ্যে এই কাৰণেই যে ওপৰৰ এই পাতল মধ্যাকৰ্ষণ আৰু বায়ুচাপ হৃদৰোগৰ চিকিৎসাৰ কাৰণে অতি আশাজনক। তাৰোপৰি বায়ুমণ্ডলৰ বাহিৰত আছে বিভিন্ন বিকীৰণৰ কল্যাণ। তাৰোপৰি, মাইনিছি-আই. বি. এম্ এতিয়ালৈকে মধ্যাকৰ্ষণৰ বাহিৰতহে কাম কৰিবলৈ সক্ষম)। কিন্তু সেই তৰঙ্গবোৰৰ, ছবিবোৰৰ তেওঁ অৰ্থ কৰিব পৰা নাই, সামঞ্জস্য উলিয়াব পৰা নাই, তাৰ কাৰণে সময় লাগিব। আৰু এঘণ্টা পাচত চন্দ্ৰত প্ৰজ্জ্বলক বোজাই কৰি শুক্ৰ-গামী এম্বুলেন্স খন আহিব আৰু ৰোগীক একেবাৰে মধ্যা-কৰ্ষণ ক্ষেত্ৰৰ বাহিৰৰ আন্তগ্ৰহ-আস্পতাল "শ্বোৱাইৎচাৰ্"লৈ লৈ যাব, য'ত বিশেষজ্ঞসকল আছে। তিমানপৰে ৰোগীক জীয়াই ৰখা আৰু ৰোগীৰ বিষয়ে তথ্য সংগ্ৰহ কৰাই তেওঁৰ দায়িত্ব—

"ভাল কথা জিম, তোমাৰ স্ত্ৰীৰ কোনো খবৰ আহিলনে? আৰু কিমান দেৰী?"

"ধন্যবাদ, হে'ৰ্ প্ৰফেচৰ। আজি কালিতে—"

জীমে কথা শেষ নকৰিলে।

"আঃ! তুমি নাৰ্ভাচ হৈছা?"

"নাই, নাই, নাৰ্ভাচ হোৱা নাই, হে'ৰ্ প্ৰফেচৰ—"

"লৰা হলে ভাল পাবা, নে ছোৱালী? সঁচা কথা কবা।"

"এ—ছোৱালী।"



"আঃ!"

চিকিৎসকে কব খুজিলে যে তেওঁৰো এজনী ছোৱালী আছিল—গেয়াৰ্ডা, তেওঁলোকে তাইৰ নাম ৰাখিছিল, মাকে মৰম কৰি গেয়াৰ্ডাশ্বেন্ বুলি মাতিছিল; বাৰ্লিণৰ দ্বিতীয় বোমাবৰ্ষণৰ সময়ত তাইৰ বয়স আছিল চাৰে চাৰি বছৰ। তেওঁ আৰু ক'ব খুজিলে যে সেইবোৰ দুৰ্য্যোগৰ সময়ত তেওঁৰ শক্তি আৰু বিশ্বাসৰ উৎস আছিল বাখ্, যাক জিমহঁতে বুজি নাপায়! (এনেকুৱা স্বৰ্গীয় সুৰধ্বনিও মানুহে বুজি নাপায়!)। সকলো আৰু সকলোকে হেৰুৱাইও তেওঁ আজিলৈকে নিজৰ ওপৰত আৰু মানুহৰ ওপৰত বিশ্বাস হেৰুওৱা নাই, তেওঁৰ আত্মাক অন্ধকাৰৰ শক্তিবোৰে গ্ৰাস কৰি পেলাব পৰা নাই—কাৰণ এসময়ত মহান্ চেবাষ্টিয়ান্ বাখ্ নামেৰে এজন সঙ্গীতজ্ঞই পৃথিবীত জন্মগ্ৰহণ কৰিছিল—

তেওঁৰ জীমক সুধিবৰ মন গ'ল, ক্লৰিডাৰ পৰা তেওঁ খুজি পঠিওৱা স্পুলটোৰ বিষয়ে কিবা সংকেত আহিছে নেকি। স্পুলটোত বাখৰ চি-মেজৰ্-কন্সাৰ্ট আৰু দুটা অৰ্গেন-বাদ্য ৰেকৰ্ড কৰা আছে, কেইবাদিন ধৰি তেওঁ স্পুলটোৰ অপেক্ষা কৰিছে। মুখ ফুটাই তেওঁ কলে, "যাক্, তুমিও তেনেহলে ছোৱালীকে বিচাৰা? হাঃ হাঃ হাঃ, পৃথিবীত ক'ত পৰিবৰ্ত্তন হ'ল—এনেকি মানুহে অৱশেষত যুদ্ধ নকৰিবলৈও শিকিলে আৰু সকলো আনবিক অস্ত্ৰশস্ত্ৰ মহাকাশলৈ নি ধ্বংস কৰি পেলালে—কিন্তু মাক-বাপেকৰ মনবোৰ ঠিক তেনেদৰেই থাকিল। সূৰ্য্যৰ তলত সঁচাকৈয়ে কোনো নতুন বস্তু নাই, কি কোৱা জিম?"

হাতৰ নোটবহীখন তেওঁ জোৰেৰে খামুচি ধৰিলে (যাতে

মধ্যাকৰ্ষণৰ অভাৱে বহীখন উৰাই লৈ নাযায়) আৰু তথ্যখিনি মাইক্ৰ'টেপ্‌ কৰাবলৈ তেওঁ পুনৰ পৰ্দাখনৰ কাষলৈ গ'ল, জিমক মাতিব খুজিলে। জিমে সুহুৰিয়াইছে, তেওঁৰ মাত শুনি লৰালৰিকৈ সুহুৰি বন্ধ কৰিলে। লুইজি ডালাপিক'লাৰ ১২-স্বৰ-প্ৰণালীৰ গৎ এটা জিমে সুহুৰিয়াইছে (কুৰি শতিকাৰ শেষ দশকত যিবোৰ হঠাৎ জনপ্ৰিয় হৈ গৈছে)। চিকিৎসকে অন্যমনস্কভাৱে হাঁহিলে—জিমে হয়তো নাজানে, এই অভিনবত্বও মূলতঃ বাখৰ পৰাই আহিছে। স্মিথ্‌চনিয়ান্‌ ইন্‌ষ্টিটিউটৰ দিনবোৰ মনত পৰিলে জিমে সুহুৰিয়াৰ ধৰে—হয়তো তেওঁৰ কথাই জিমক সেই দিনবোৰ মনত পেলাই দিছে। পৰ্ট্‌হ'লৰ কাষত বহি যেতিয়া তেওঁ দেখে পাৰ হৈ গৈছে মেঘ আৰু সাগৰ, মেঘ আৰু তৰা (পৃথিবীতকৈ বহু বহু গুণ উজ্জ্বল), আৰু মহাদেশবোৰৰ সীমাৰেখা ঘণ্টাই ঘণ্টাই পৰিবৰ্ত্তিত, পৃথিবীখনৰ আকৃতি চন্দ্ৰকলাৰ দৰে বিবৰ্ত্তিত হৈ সৰুৰ পৰা ডাঙৰ হৈ হৈ পূৰ্ণ-পৃথিবী, আৰু তাৰ পাছত আকৌ সৰুৰ পৰা সৰু হৈ গৈছে, আৰু মাথো অলপ সময় মাজে মাজে পৃথিবী-গ্ৰহণৰ বাহিৰে ওৰে দিন পৰিপূৰ্ণ সূৰ্য্যালোক (ইয়ান ওখত আস্পতাল পতাৰ যিটো আৰু এটা কাৰণ)—তেতিয়া তেওঁবো মনত পৰে। তেওঁৰ মনত পৰে নিম্ন-চেক্সনি প্ৰদেশৰ বিস্তৃত পথাৰ······ধূসৰ দৃশ্যপটৰ মাজেৰে বিসৰ্পিল গতিত নে'কাৰ নদী বৈ গৈছে, নদীৰ পাৰে পাৰে ভগ্নাৱশেষ আৰু সন্ধিয়াৰ কুঁৱলী আৰু ৰাশি ৰাশি হলুওৱা ফুলৰ গুচ্ছ, বিয়াৰ-গাৰ্টেনবোৰত গুড়া-কফিৰ গোন্ধ আৰু বিয়াৰৰ ফেন। তেওঁৰ মনত পৰে তেওঁৰ স্ত্ৰী য়হানা আৰু মাৰ্‌বুৰ্গৰ স্নায়ুবিজ্ঞান-চেমিনাৰ। তেওঁৰ মনত



পৰে, ডাঙৰ ডবল-পিয়ান'ত একেলগে বহি বাখ্‌ অভ্যাস কৰিছে তেওঁ আৰু য়হানা···পৰিয়াল···বোমাবিধ্বস্ত বাৰ্লিণ······

বাখৰ স্পুলটোৰ কথা তেওঁৰ আকৌ মনত পৰিল, হয়তো আজিকালিতে আহিব। তেওঁৰ মনলৈ স্তৱকপুথিৰ শাৰী এটা ভাঁহি আহিল, "আচহুৰা দেশত আমি কেনেকৈ প্ৰভুৰ গীত গাম···"

"হে'ৰ্‌ প্ৰফেচৰ, কিবা ধৰিব পাৰিলেনে?"

"নাই পৰা জিম, ছবিবোৰ কোনো সহায়ৰ নহয়।"

বটাৰ্‌ডামৰ ট্ৰাম? বম্বেৰ অট্টালিকা? সেই মানুহবোৰ নিজৰ দেশৰ, লোকৰ দেশৰ? এখন দেশ, কেইবাখনো দেশ, বিভিন্ন দেশ? আঃ, শব্দ! শব্দ! এটা ধন্যবাদ, এটা "না", এটা বিদায়, এটা ক্ষুদ্ৰ কটুক্তি, এটা শিশুৰ কান্দোন, এগৰাকী মাকৰ দীৰ্ঘনিশ্বাস, এজনী প্ৰনয়িণীৰ ব্যাকুল ব্যগ্ৰ চুমা, এখন অপস্রয়মান ট্ৰেইন, এডাল ওক্‌-গছৰ মৰ্মৰধ্বনি, এটা গিলাচ চূৰ্ণ-বিচূৰ্ণ, এখন দুৱাৰ বন্ধ হোৱাৰ শব্দ—যিকোনো এটা শব্দ!

"জিম, আৰু এবাৰ সংযোগটো দিয়া।"

"ভাল, হে'ৰ্‌ প্ৰফেচৰ।"

"ক্লৰিডাই মাতিছিলনে ইতিমধ্যে?"

"হয়, হে'ৰ্‌ প্ৰফেচৰ। আৰু চল্লিশ মিনিট।"

"ধন্যবাদ, জিম।"

পুনৰ এটা আয়তাকাৰ টুকুৰা। খিৰিকি? আৰ্চী? কাগজ? চিঠি? চিঠি?

চিকিৎসকৰ কপালৰ ৰেখাবোৰ কুঞ্চিত হ'ল। আঘাত? কি আঘাত? কেনেকুৱা আঘাত, কেনেকুৱা শ্বক্‌? কিয় আঘাত,

কিয় শব্দ ? কি ভুলৰ কাৰণে, কি পাপৰ কাৰণে এই আঘাত, কি দোষ ? নিজৰ দোষ ? অইন কাৰোবাৰ দোষ ? অইন কাৰোবাৰ পাপ ? চিকিৎসকৰ নিজৰ মস্তিষ্কত দ্রুতবেগে কিছুমান ছবিৰ তৰঙ্গ ভাঁহি গ'ল ( কোনো যুক্তি নাই, কিন্তু ভাঁহি গ'ল ), তেওঁ কল্পনা কৰিলে এটা ঘৰ, এটা আয়তক্ষেত্র। আয়তক্ষেত্রটো আলোকিত হ'ল ঃ এখন খিৰিকি, ভিতৰত লাইট জলিছে। তেওঁ কল্পনা কৰিলে ঘৰটোৰ সমুখত এটা ব্যস্ত ৰাস্তা, মানুহ আৰু মটৰ আৰু ট্রাম, তেওঁ কল্পনা কৰিলে ঘৰটোৰ সমুখত এখন পাৰ্ক, হাতত হাত ধৰি ডেকা-গাভৰু, দোলনা তুলিছে, লৰাছোৱালীয়ে খেলিছে। তেওঁ কল্পনা কৰিলে, খিৰিকি-খনৰ তলেৰে মানুহ এজন পাৰ হৈ গ'ল, আকৌ ঘুৰি আহিল, আকৌ পাৰ হৈ গ'ল···ৰাস্তা নিৰ্জন হৈ গ'ল, পাৰ্ক নীৰৱ হৈ গ'ল, আৰু অৱশেষত খিৰিকিখনো অন্ধকাৰ হৈ গ'ল, মানুহজন তেতিয়াও আহিছে, গৈছে, আহিছে—

মানুহজনৰ কোনো পৰিয়াল আছেনে ? মাক আছেনে ? পৃথিৱীত কোনোদিনে মানুহজনৰ কোনো টান আছেনে, কোনো বন্ধন, কোনো শিথিলতম বন্ধন ? মানুহজনৰ কোন আছে, মানুহজনক কিহে এনেকৈ চিহ্নহীন, সংজ্ঞাহীন কৰি পৃথিৱীৰ পৰা আতৰাই আনিছে, স্নায়ু-নীৰিক্ষকৰ চকীত শুৱাই দিছে·········এনেদৰে, এনেদৰে, তোমাৰ ৰুমৰ খিৰিকিৰ পোহৰ, তোমাৰ পঢ়াৰ টেবুলৰ ওপৰৰ ঘুৰণীয়া ঢাক-দিয়া লাইটটোৰ পৰা প্রতিফলিত পোহৰৰ চাৰিকুণীয়া টুকুৰা তাৰ হাজাৰ আকুলতা, তাৰ অসংখ্য সন্ধিয়াৰ বিচিত্র অনুভূতি সামৰি লৈ আমাৰ দৃষ্টি-সীমাৰ বাহিৰলৈ আঁতৰি গ'ল, তোমালোকৰ ঘৰটোৰ চাৰিও-



দিনৰ সৰু-ডাঙৰ ওখ-চাপৰ ঘৰবোৰ ক্ষুদ্রৰ পৰা ক্ষুদ্রতৰ হৈ আহিল, তোমালোকৰ ঘৰৰ সমুখৰ পাৰ্কখনৰ লৰা-ছোৱালীৰ হুলস্থূল, ঘৰৰ সমুখৰ সেই ব্যস্ত ৰাস্তা, ট্রাম-টাৰ্মিনাচটোৰ হাজাৰ মানুহ আৰু ট্রামৰ তাঁৰবোৰৰ পৰা ওলোৱা নীলা নীলা স্ফুলিঙ্গৰ ঝিলিকি, এই সকলো তীব্ৰবেগে আমাৰ চেতনাৰ বাহিৰলৈ গুচি গ'ল, তোমালোকৰ ঘৰৰ সমুখৰ ৰাস্তাটোৰ যানবাহন আৰু মানুহবোৰ ক'লা ক'লা গতিশীল বিন্দুলৈ ৰূপান্তৰিত হ'ল, মনিব নোৱাৰা হৈ গ'ল, অদৃশ্য হৈ গ'ল। সেই আলোকিত খিৰিকী-খনৰ লগত জড়িত ব্যথা আৰু উদ্বেগৰ পৰা আমি জানো তেনেহলে অৱশেষত আমাক বিচ্ছিন্ন কৰিলো, আমি জানো তেনেহলে অৱশেষত আমাক মুক্ত কৰিলো আমাৰ অগনণ বাধা, সংকীৰ্ণতা আৰু ঈৰ্ষাৰ পৰা ? এৰা, সেই ব্যস্ত ৰাস্তা, পাৰ্কখনৰ সেই সৰু লৰা-ছোৱালীৰ কলৰোল, ৰতাহত সেই পৰিচিত ঘাম আৰু লেভেণ্ডাৰ আৰু গুড়া-কফিৰ গোন্ধ, সেই ট্রামৰ তাঁৰত তীক্ষ্ণ ধাতৱ ঘৰ্ষণধ্বনি আৰু নীলা নীলা স্ফুলিঙ্গ, আৰু তোমাৰ খিৰিকীৰ আয়তকাৰ পোহৰৰ টুকুৰা—এই সকলোৰে পৰা আমি অৱশেষত আমাক আঁতৰাই আনিলো, আমাৰ গ্লানিক্লান্ত অসহায়তাৰ পৰা আমি আমাক চেকেণ্ডত সাতমাইল গতিবেগত বিক্ষিপ্ত কৰিলো, এতিয়া এই বাধাহীন ব্যাপ্তি, এই ৰাশি ৰাশি নক্ষত্ৰৰ গান, এই অবিচ্ছিন্ন গতিশীলতা, এই সকলো আমাৰ, আমাৰ, আমাৰ·······

"হে'ৰ্ প্রফেচৰ ?"

"অ, জিম ?"

"ফ্লৰিডা আকৌ। ব্রে'ন্স্ল চ্; প্রথম-ধাপৰ উত্তোলক

ৰকেটটোৰ জ্বলন শেষ। আৰু কুৰি মিনিট।”

“বেশ।”

“মাইক্ৰ’টেপ খিনি হৈছে। আৰু কিবা লাগিব, হে’ৰ প্ৰফেচৰ?”

“ধন্যবাদ জিম, নালাগে।”

ব্ৰে’নশ্ল্ চ্! প্ৰথম-ধাপৰ উত্তোলক ৰকেটটোৰ জ্বলন শেষ! উত্থানকালৰ প্ৰথম প্ৰচণ্ড গতিবৃদ্ধি আমি পাৰ হৈ আহিলো, আমি অনুভবমাত্ৰ নকৰিলো তাৰ লগত জড়িত প্ৰচণ্ড মধ্যাকৰ্ষণ আৰু ৰক্তচাপ, যেন কেতিয়াবাই আমি পৃথিবীৰ বুকুত চিৰদিনৰ বাবে এৰি থৈ আহিলো সকলো কষ্টকৰ চেতনা, সকলো সংঘাত। এতিয়া এই অগনিত নক্ষত্ৰৰ মাজত আমাৰ মুক্ত অবিচ্ছিন্ন গতি, আমাৰ পট্ হ’লৰ বাহিৰেৰে দ্ৰুতবেগে পাৰ হৈ গৈছে বহুবৰ্ণ স্ফটিক, চিনিব পাৰা চিনিব নোৱাৰা ৰাশি ৰাশি তৰা, স্থিৰ আৰু তিৰবিৰ, বগা-বাওনা আৰু ৰঙা-দৈত্য, এণ্ড্ৰমিডা আৰু লুব্ধক, মীৰা আৰু কালপুৰুষ—

ৰোগীৰ মুখত বিন্দু বিন্দু ঘাম ফুটি উঠিছে, চটফটনি লাহে লাহে বাঢ়ি আহিছে। গ্ৰাফডালৰ চলন্ত বিন্দুটোলৈ চিকিৎসকে চালে। দ্বিতীয় ইন্‌ফে’ক্‌শ্যন। নাড়ী—৯৯। আকৌ পেনিচিলিন দিব লাগিব।

—কিন্তু ক’ত, ক’ত, ক’ত থাকিল ৰহস্যাবৃত মেঘাবৃত শুক্ৰ, তাৰ সৌন্দৰ্য্য আমি নেদেখো কিয়, আলোক ইমান স্তিমিত কিয়, ক’ত আকাশৰ উজ্জ্বলতম নক্ষত্ৰ লুব্ধক, তাৰ জ্যোতি আমি নেদেখো কিয়, ইমান শীতল কিয়, ক’ত কেন’পাচ আৰু ভীগাৰ উত্তাপ, সিহঁতৰ উষ্ণতা আমি অনুভৱ নকৰো কিয়,



কন্যা আৰু ত্ৰিশঙ্কুৰ গান আমি নুশুনো কিয়, ইমান শীতল কিয়, ইমান নিস্তব্ধ কিয়? ক’ত আমি ভুল কৰিলো, কি আমি ভুল কৰিলো? মাথো এটা গাণিতিক ভুলৰ বাবেই এনেকুৱা হ’ল, নে আমি তাতোকৈ ডাঙৰ, তাতোকৈ সাংঘাতিক ভুল কৰিলো, সকলো চেষ্টা এৰি দি আহিলো, পলাই আহিলো—

“হে’ৰ্ প্ৰফেচৰ?”

“অ, জিম?”

“আৰু দহ মিনিট।”

“দহ মিনিট? আমাৰ ভাগ্য ভাল। ৰোগীক আৰু আধাঘণ্টাও ইয়াত ৰাখিবলৈ সাহ কৰিব নোৱাৰোঁ। আকৌ পেনিচিলিন দিছো। অ জিম, মই সাজু। সংকেত দিয়া।”

“ভাল, হে’ৰ্ প্ৰফেচৰ।”

“তেওঁলোকে নতুন ৰোগী আনিছে?”

“নাই, এই যাত্ৰাত আটাইকেইজনক ‘শ্বোৱাইৎচাৰ’লৈ নিব।”

“বেশ।”

চিকিৎসক সজু হব ধৰিলে। জিমৰ কক্ষত ব্লিপ্-ব্লিপ্-ব্লিপ্ দ্ৰুততৰ হৈ আহিল। চিকিৎসকে হাতৰ তলুৱাৰে চকু মোহাৰিলে। আৰু পাঁচ মিনিট পাচত সহকাৰীক জগাই দি তেওঁ শুব। ৰোগীৰ ধমনীত পেনিচিলিনৰ পৰমাণু প্ৰবাহিত হ’ব ধৰিলে। বহিৰ্গমন-দুৱাৰখনৰ সংযোগবোৰ জিমৰ অদৃশ্য হাতৰ স্পৰ্শত নিখুঁতভাবে নিৰ্দ্দিষ্ট নিৰ্দ্দিষ্ট স্থানত পৰিব ধৰিলে, এটা চেপা গুম্‌গুম্ ধ্বনিৰে কক্ষটো ভৰি উঠিল। আৰু পাঁচমিনিট পাছত “শ্বোৱাইৎচাৰ”ৰ এম্বুলেন্সখন আহিব, “চেন্টিনে’ল”ৰ

লগত সমান্তৰালভাবে স্পিন্ কৰিব, আৰু স্বয়ংক্রিয় জুৱাৰখনেৰে ৰোগীক উলিয়াই লৈ শুক্রৰ দিশে পাৰি দিব……হয়তো ৰোগীৰ জ্ঞান ফিৰি আহিব, স্মৃতি ফিৰি আহিব, পাহৰা চহৰ, হেৰোৱা মুখ, পুৰণি শব্দ… হয়তো ৰোগীয়ে আকৌ সেইবোৰৰ পৰা নিজক বিক্ষিপ্ত কৰিব খুজিব, আৰু দূৰলৈ, আৰু আতৰলৈ…

"হে'ৰ্ প্রফেচৰ ? হে'ৰ্ প্রফেচৰ ?"

"কি হ'ল জিম, কি হ'ল ? কোনো বেয়া খবৰ—"

"নহয়, নহয়— আপোনাৰ স্পুলটো আনিছে— এইমাত্র সংকেত পালো—ৰাখ্, 'ৰৱদিনৰ অৱেটাৰিঅ' আৰু দুই শ্বি-ন'ৰ কিবা এটা—সম্ভৱতঃ 'চি মেজৰ্'—"

"সঁচাই ? ধন্যবাদ জিম, ধন্যবাদ।"

আঃ, যিমানদিনলৈ পৃথিৱীত ৰাখ্ আছে…!

চিকিৎসকে মুৰশিতানত থিয় হৈ ৰোগীক নীৰক্ষণ কৰিব ধৰিলে। ঘামত বিছনা ভিজি গৈছে,— সৰ্বাঙ্গ চটফট কৰিছে হাতেৰে মুঠি খামুচি খামুচি ধৰিছে, ক্লিষ্ট মুখত হাজাৰটা ৰেখা ফুটি উঠিছে আৰু মিলি গৈছে। হয়তো বেচেৰাই কোনোদিনে ৰাখ্ শুনা নাই,—

"জিম, স্পুলটো ৰোগীৰ লগত যাব।"

"কিন্তু হে'ৰ্ প্রফেচৰ। সেইটো আপোনাৰ অনুৰোধ শুনি শুনি তেওঁলোকে পঠিয়াইছে—"

"স্পুলটো ৰোগীৰ লগত যাব।"

"হয়, হে'ৰ্ প্রফেচৰ।"

চিকিৎসকে নিজমনে ক'লে, 'আচহুৱা দেশত আমি তেনে-হলে কনেকৈ তোমাৰ গীত গাম…" আৰু তেওঁ চকু মুদিলে…,



এনেদৰে, এনেদৰে, তোমাৰ ৰুমৰ খিৰিকীৰ পোহৰ, তোমাৰ পঢ়াৰ টেবুলৰ ওপৰৰ ঘুৰণীয়া ঢাক-দিয়া লাইটটোৰ পৰা প্রতি-ফলিত পোহৰৰ চাৰিকুণীয়া টুকুৰা তাৰ হাজাৰ আকুলতা, তাৰ অসংখ্য সক্রিয়াৰ বিচিত্র অনুভূতি সামৰি লৈ আমাৰ দৃষ্টি-সীমাৰ ভিতৰলৈ উৰতি আহিল…সেই ব্যস্ত ৰাস্তা, পাৰ্কখনৰ সেই সৰু লৰাছোৱালীৰ কলৰোল, ৰতাহত সেই পৰিচিত ঘাম আৰু লেভেণ্ডাৰ আৰু গুড়াকফিৰ গোন্ধ, ট্রামৰ তাঁৰবোৰত সেই তীক্ষ্ণ ধাতৱ ঘৰ্ষণ আৰু নীলা নীলা স্ফুলিঙ্গৰ ঝিলিক, আৰু তোমাৰ খি[illegible]কীৰ আয়তাকাৰ পোহৰৰ টুকুৰা—এই সকলোবোৰৰ লগত আমি আকৌ আমাক সংযুক্ত কৰিলো, আমাৰ দেহ আৰু মনৰ উষ্ণতাৰে আমি আকৌ আমাৰ গ্লানি, বিদ্বেষ আৰু অসহায়তাৰ মাজলৈ সোমাই আহিলো--এতিয়া এই ৰাধাহীন ব্যাপ্তি, এই ৰাশি ৰাশি নক্ষত্রৰ গান, এই অবিছিন্ন গতিশীলতা, এই সকলো আমাৰ, আমাৰ, আমাৰ……

আকৰ ঃ

দুপৰীয়া ( ৰামধেনু, ১৩ শ বছৰ ১০ম সংখ্যা )

আচ্ছন্ন ( ,, ১৪ শ ,, ১০ম ,, )

ওপৰত ( ,, ১৫ শ ,, ১১শ ,, )

ইৰা ( আৱাহন, ৩১ শ বছৰ, মাঘ, ১৮৮২ শক )

দেউতা আৰু আমি ( মৌচুমী, ১ম বছৰ বসন্ত সংখ্যা )

সিহঁতেও পাহাৰ বগালে ( মণিদীপ, ২য় বছৰ ৪ৰ্থ সংখ্যা )

চেমেন্টাৰ শেষ ( ,, ,, ১১শ ,, )

শুদ্ধি ( হিমাচল, ২য় বছৰ ৪ৰ্থ সংখ্যা )

চিন্তাহীনতা ( সংলাপ ঃ "মিৰি জীয়ৰী" )

পৰিবাহিত ( পৰিবাহিকা, ৪ৰ্থ সংখ্যা, ১৯৬৩ )